# নাট্য-বীথিকা

ড° শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য





বৰুৱা এজেন্সি
গুৱাহাটী-১

NĀTYA BĪTHIKĀ : Six short plays by Dr. Hari Chandra Bhattacharyya, published by Barua Agency, Gauhati.
*Year of Publication* : August, 1979

প্ৰকাশক : বৰুৱা এজেঞ্চি
গুৱাহাটী-১

প্ৰথম প্ৰকাশ : আগষ্ট, ১৯৭৯

মূল্য : সাত টকা

ছপাশাল : প্ৰেৰক
দীঘলী পুখুৰী পাৰ
গুৱাহাটী-১

# গ্ৰন্থকাৰৰ একাষাৰ

অকলে আপোনমনে নিজান কক্ষত বহি থকা অৱস্থাত, সময়ে সময়ে একো একোটি অস্থিৰ ভাবমূৰ্তিয়ে আমাৰ মনটো চঞ্চল কৰি তোলে। ইচ্ছা হয় সাউৎ কৰে তাৰ যেন একোটি ৰূপ দি থওঁ। ইয়াৰ ফলতেই নাট্য-বীথিকাৰ জন্ম।

গুৱাহাটী মহানগৰীৰ অন্যতম বিশিষ্ট পুস্তক-প্ৰতিষ্ঠান 'বৰুৱা এজেন্সি' য়ে অণুগ্ৰহ কৰি কিতাপখনি প্ৰকাশ কৰি, বাইজৰ হাতত তুলি দিব পৰা কৰি দিয়া বাবে, তেওঁলোককৈ আমাৰ অশেষ ধন্যবাদ জনাইছোঁ। ইতি—

শুক্ৰেশ্বৰ
সেৱা কুটীৰ,
গুৱাহাটী
১৬।৭।৭৯

শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য

# সূচী-পত্ৰ

# উনৈশশ বিয়াল্লিছৰ শ্বহীদ

## ভূমিকা

কুশল কোঁৱৰ, কুশল কোঁৱৰৰ ভাৰ্য্যা, জেইলাৰ, দাৰোগা আদি।

### ১ম দৃশ্য

[ বহু মানুহৰ সমাগম আৰু সমদল-ধ্বনি, যেনে, 'জয় মহাত্মা গান্ধীৰ জয়', 'বৃটিশ শাসন ধ্বংস হওক,' 'ভাৰতত স্বৰাজ প্ৰতিষ্ঠা হওক', 'স্বৰাজ আমাৰ জন্মস্বত্ব', ইত্যাদি। ইয়াৰ পাছত তেওঁলোকে তলত দিয়া স্বৰাজ-সংগীতটো চক্ৰাকাৰত ঘূৰি ঘূৰি গাব ধৰে ]

**স্বৰাজ সংগীত**

"সৌ যে উৰিছে স্বৰাজ নিচান
    উন্নত শিৰ হোৱা আগুৱান ;
হাতে হাতে ধৰি ব'লা হিন্দু-মুছলমান,
    উন্নত ··· ··· ··· আগুৱান।
জাগে আজি বংগ, মগধ কলিংগ
    গুজৰাট, ৰাজপুতান,
কিয় আমি পৰি থাকোঁ অসম সন্তান,
    উন্নত ········· আগুৱান॥"

[ দুজনমান পুলিচ লগত লৈ ডি-এচ্-পি ৰ প্ৰবেশ ]

ডি-এচ্-পি—বাইজ, আপোনালোকে ইয়াৰপৰা আঁতৰি যাওক, এই মুহূৰ্ত্তে আঁতৰি যাওক। একে ঠাইতে জনতাৰ সমাগম আজি আইন-বিৰুদ্ধ।

[ পুনৰ জয়ধ্বনি 'বৃটিছ শাসন ধ্বংস হওক,' 'ভাৰতত স্বৰাজ প্ৰতিষ্ঠিত হওক' ইত্যাদি ] ৰাইজ, আপোনালোকক পুনৰ কৈছোঁ, এই সমাগম বন্ধ হব লাগিব, নহলে, আমি আইনমুখে কাম কৰিবলৈ বাধ্য হৈ পৰিম। [ পুনৰ ৰাইজৰ জয়ধ্বনি ] শুনক ৰাইজ, শুনক, আপোনালোকক পুনৰ সতৰ্ক কৰি দিয়া হৈছে, এই মুহূৰ্তে ইয়াৰ পৰা আঁতৰিব লাগে। [ অলপ ৰৈ ] কি কেৰেচোন মোৰ কথালৈ মন দিয়া নাই! তেন্তে কি নেযাব? ইয়াৰ পৰা কোনো নেযাব? এই জনতা ভংগ নহব? [ পুনৰ জয়ধ্বনি ] বাৰু দেখা যাওক; পুলিচ, পুলিচ, লাঠি-চালনা, লাঠি-চালনা [ পুলিচে লাঠি-চালনা কৰিব ধৰিলে আৰু কেবাজন মানুহ আহত হৈ পৰি গ'ল আৰু 'উঃ, আঃ' কৈ বিকট ভাবে চিঞৰ-বাখৰ কৰিব ধৰিলে ]

ডি-এচ-পি—হেৰা, কোনোবা এজন যোঁৱা আৰু ডাক্তৰক খবৰ দি তৎক্ষণাৎ ইয়ালৈ মাতি লৈ আহাঁগৈ; ইতিমধ্যে আহত লোকসকলক হাস্পাতাললৈ নিবৰ বাবে গাড়ীৰ বন্দবস্ত কৰা।

[ এজন পুলিচ আৰু এজন ভদ্ৰলোকে সেই কামৰ ভাৰ লোৱাৰ ভাব দেখুৱাই গ'লগৈ। ৰাইজৰ কোনো কোনোৱে আহত লোক সকলৰ ওচৰলৈ গৈ কিবাকিবি খোৱা বস্তু, গাখীৰ, পানী আদি দিব ধৰিলে। অলপ পাছত নেপথ্যত মটৰগাড়ী অহা শব্দ শুনা গ'ল; 'হৰ্ণ' বাজিল; ৰিক্সা গাড়ীৰ টিলিং টিলিং শব্দ শুনা গ'ল ]।

এয়া আমাৰ পুলিচ 'ভান' আহিছেই। গুৰুতৰ জখম হোৱা মানুহখিনিক আগতে এই 'ভান' খনত তুলি দিয়া। দুই এজনক ৰিক্সাতো পঠাব পাৰি।

[ দুই চাৰিজনে ধৰাধৰিকৈ জখম হোৱা মানুহ কেইজনমান 'ভান' ৰ শব্দ উঠা নেপথ্যৰ পিনে লৈ গ'ল। এজনৰ নাড়ী টিপি

চাই 'ডাক্তৰ' 'ডাক্তৰ' কৈ চিঞৰি উঠিল। ডাক্তৰ এজন আহিল, আৰু ৰাইজৰ অনুৰোধ মতে তেওঁক চাব ধৰিলে ]।

ডাক্তৰ—নাই! শেষ॥ মোক আগতে খবৰ দিয়া হ'লে…হয়তো কিজানি……। ওঃ; ওঃ! এতিয়া উপায় নাই। [ পুনৰ চাব ধৰে ] এওঁৰ নাম?

ৰাইজৰ এজন—এওঁৰ নাম নিত্যানন্দ বায়ন [ ডাক্তৰে লিখিব ধৰে ]

ডাক্তৰ—বাসস্থান?

ৰাইজৰ এজন—লিগিৰী পুখুৰী [ ডাক্তৰে লিখে ]

[ বহুত মানুহ মৃতকৰ কাষলৈ আহি চকুপানী টুকিব ধৰিলে। এনেতে কুশল কোঁৱৰ আহি মৃতকজনক চাই-চিন্তি উদ্‌বাউল হৈ পৰিল ]

কুশল—(উদ্‌ভ্ৰান্ত) এয়া কোন! কোন এয়া! মোৰ বাল্যকালৰ লগৰীয়া, ডেকাকালৰ সহকৰ্মী নিত্যানন্দ দেখোন! ওঃ ওঃ ওঃ! নিত্য নিত্য, মোৰ প্ৰাণৰ বন্ধু, শৈশৱৰ বন্ধু নিত্য। তুমি আজি নিমিষতে ক'লৈ আঁতৰি গুচি গ'লা বন্ধু! আঃ! এতিয়া'ই আছিলা মোৰ সহচৰ ৰূপে; এতিয়াই কৰিছিলা কাম যত লাগে মানে। প্ৰচাৰ কৰিলা তুমি কত নগৰে-চহৰে আৰু এতিয়াই এক নিমিষতে সকলো গ'ল। কেনি গ'ল! কি হ'ল! ক'ৰ মানুহ ক'লৈ গ'ল!

[ এনেতে এটি নেপথ্য-সঙ্গীত শুনা গ'ল ]

"পাৰে পৰি হৰি কৰো মই কাতৰি
প্ৰাণ ৰাখবি মোৰ॥
অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এ হৃষীকেশ,
পুত্ৰ পৰিবাৰ সবহি অথিৰ
থিৰ নাহি এক তিল॥"

ই কি ! মই যে আজি কেউপিনে অন্ধকাৰ দেখিছো ! কেউপিনে শূন্য অনুভৱ কৰিছো ! মোৰ সকলো আছে, অথচ কোনো নাই। পুত্ৰ আছে, ভাৰ্য্যা আছে, মিতিৰ-কুটুম আছে, বন্ধু-বান্ধৱ আছে। কিন্তু তুমি নাই, অৰ্থাৎ কৰ্মজীৱনৰ প্ৰধান সংগী মোৰ, তুমি নাই ! তুমি নাই ! ওঃ ওঃ ওঃ !! (মূৰে-কপালে হাত দি বহিল) এই অনিত্য সংসাৰ এৰি তুমি নিত্য-ধামলৈ গতি কৰিলা নেকি, য'ত নাই কোনো অন্যায়-অধৰ্ম, দুষ্কৃতি-দুৰ্নীতি, পৰাধীনতাৰ পংকিল পাপস্পৰ্শ। য'ত নাই কোনো বিদেশীৰ লেলীহান লিপ্‌সা, অত্যাচাৰীৰ জঘন্য জুলুম, নাই কোনো জাতিভেদ নাই কোনো বৈষম্য বিদ্বেষ ! যোঁৱা, যোঁৱা নিতা, এই নিঃকিন কুশলো যাব ; তোমাক অনুসৰণ কৰিব নিশ্চয় ; তোমাক লগ পাব, এই একেটা পৰিৱেশতে কুশলে তোমাৰ সামীপ্য লাভ কৰিবগৈ, জানা ? আৰু সৰহ দিন নাই, সৰহ দিন নাই ! সৌৱা মহাকাল আহিব ধৰিছে। আৰু সৰহ দিন নাই। সৌৱা মহাকালৰ বিভীষিকা মূৰ্তি কুশলৰ চকুৰ আগত ; সৌৱা সৌৱা !!

ডি-এচ্-পি—তোমাৰ নাম কুশল ?

কুশল—হয় চাহাব, মোৰ নাম কুশল।

ডি-এচ্-পি—তোমাৰ ওপৰত এয়া চৰকাৰৰ ওৱাৰেণ্ট আছে

কুশল—ওৱাৰেণ্ট ?

ডি-এচ্-পি—হয়, ওৱাৰেণ্ট্। এই মুহূৰ্তে তোমাক আমি এৰেষ্ট কৰিব লাগে।

কুশল—(ওৱাৰেণ্টৰ কাগজ পঢ়ি) বেছ, এতিয়া আপোনালোকৰ যি কৰ্তব্য, পালন কৰক। মই মোৰ কৰ্তব্য পালন কৰিছো। ইয়াত বাধাৰ কাৰণ নাই, প্ৰতিৱাদৰ স্থান

নাই। এইখন মোৰ দেশ, এই দেশকেই মই প্ৰণিপাত জনাম। মোৰ দেশেই মোৰ ভগৱান।

ডি-এচ্-পি—মুখ বন্ধ কৰা কুশল, ই বক্তৃতা-মঞ্চ নহয়। পুলিচ, হেণ্ডকাফ্ [ পুলিচে কুশলক হেণ্ডকাফ্ লগালে ] এতিয়া থানালৈ লৈ যোৱা [ থানালৈ নিলে ]।

## ২য় দৃশ্য

[ বিচাৰ কক্ষ ]

[ হাতত হেণ্ডকাফ্ লগাই পুলিচে কুশলক লৈ আহিছে। চকীত বিচাৰক বহি আছে, ওচৰতে এজন কেৰাণী ]

বিচাৰকে কেৰাণীক সোধে—নাম?

কেৰাণী—কুশল কোঁৱৰ?

বিচাৰক—তোমাৰ নাম কুশল কোঁৱৰ?

কুশল—হয় চাৰ্, মোৰ নাম কুশল কোঁৱৰ।

বিচাৰক—তুমি বৃটিছ চৰকাৰৰ বিৰুদ্ধে কিবা কাম কৰিছিলা?

কুশল—কাম কৰিছিলো সঁচা, বহুতো কাম। নানা বিধ কাম। কিন্তু সি বৃটিছ চৰকাৰৰ বিৰুদ্ধে হয় নে নহয় মই ক'ব নোৱাৰো। ব্যক্তিগত ভাবে বৃটিছৰ বিৰুদ্ধে কৰলৈ মোৰ একো নাই, বৃটিছ জনগণৰ বিৰুদ্ধেও মোৰ কৰলৈ একো নাই।

বিচাৰক—তেন্তে?

কুশল—কিন্তু মোৰ ক'ব লগা আছে আৰু কৰিব লগা কামো আছে তেওঁলোকৰ শাসনৰ বিৰুদ্ধে। যি চৰকাৰে আমাৰ মনুষ্যত্ব বিকাশত বাধা দিছে, তাক চেপিথুপি ধ্বংস কৰিব ধৰিছে, আমাৰ স্বৰাজৰূপী জন্মস্বত্ব লাভ কৰাত বাধা সৃষ্টি কৰিছে, সেই চৰকাৰৰ বিৰুদ্ধে মই মাত এবাৰ মাতিছো সঁচা, আৰু ভৱিষ্যতেও, যেতিয়াই আৱশ্যক

হয়, তেতিয়াই মাতিম। স্বৰাজ আমাৰ জন্মস্বত্ব, স্বৰাজ আমাৰ প্ৰাপ্য সম্পদ, স্বৰাজ আমাৰ আত্ম-প্ৰতিষ্ঠাৰ মাপকাঠী।

বিচাৰক—ব'বা, মই যি সুধিছো তাৰ উত্তৰ দিয়া। বাহিৰা কথা বন্ধ কৰা।

কুশল—এই স্বৰাজ লাভ আমি কৰিবই লাগিব। ইয়াক লাভ কৰিব পৰা নহয় মানে মই সংগ্ৰাম কৰিম, আৱশ্যক হলে সিংহমূৰ্ত্তি ধৰি শত্ৰুক সংহাৰ কৰিম। মই জানো, "শৰীৰং ক্ষণ-বিধ্বংসি, কল্পান্তস্থায়িনো গুণাঃ"—মহৎ লোকৰ এই বাণী শিৰত লৈ মই মোৰ কৰ্তব্য কৰি যাম। মোৰ পণ, হয় মৰিম, নহয় মাৰিম।

বিচাৰক—অবান্তৰ কথা বন্ধ কৰা কুশল, মই যি সোধো তাৰে মাথোন উত্তৰ দি যাবা। শুনা—তুমি ৰাইজৰ মাজত কিছুমান মিছা কথা প্ৰচাৰ কৰিছিলা? কিবাকিবি কামত লিপ্ত আছিলা?

কুশল—হয়, মই ৰাইজৰ মাজত কিবাকিবি কথা প্ৰচাৰ কৰিছিলো আৰু কিছুমান কামতো লিপ্ত আছিলো। সেইবোৰ কথা সঁচা নে মিছা মই কব নোৱাৰো।

বিচাৰক—চলিত গণ-আন্দোলন-সংক্ৰান্ত বিষয়ত তুমি অসমৰ অন্যতম গুৰি-ধৰোঁতা নহয় নে?

কুশল—গুৰি-ধৰোঁতা হয় নে নহয়, মই নাজানো, কিন্তু মই দেশৰ হকে কিছুমান কাম কৰিবলৈ হাতত লৈছিলোঁ সঁচা, কিছুমান সংকল্প গ্ৰহণ কৰিছিলো সঁচা।

বিচাৰক—তোমাৰ লগত এইবোৰ কামত কিমান মানুহে যোগ দিছিল?

কুশল—হিচাপ ৰখা নাই, কিন্তু বহুত মানুহে যে যোগ দিছিল তাত সন্দেহ নাই।

বিচাৰক—বাৰু, তুমি কেনেবোৰ কামত গুৰি ধৰিছিলা ?

কুশল—প্ৰথমতে প্ৰচাৰকাৰ্য্য।

বিচাৰক—কি প্ৰচাৰ ?

কুশল—প্ৰচাৰ এই যে এইখন আমাৰ দেশ। অতদিনে আমি বৃটিছৰ অধীনত আছিলো। কিন্তু এই শাসন চিৰদিন থাকিবলৈ দিব নোৱাৰি। এই শাসন গুৰাবই লাগিব আৰু আমি স্বাধীন হবই লাগিব। (উত্তেজিত হৈ) আমি বিদেশী শাসনকৰ্তাক খেদিবই লাগিব যেনে তেনে মতে ; আমি জানো, আমি বিশ্বাস কৰো—স্বৰাজ আমাৰ জন্মস্বত্ব। ইয়াক আমি যেনে তেনে মতে লাভ কৰিবই লাগিব। সমগ্ৰ ভাৰতবাসী এক হবই লাগিব, একত্ব পাশত বান্ধ খাই এই জন্মস্বত্ব লাভ কৰিবলৈ আগবাঢ়ি যাবই লাগিব, যাবই লাগিব।

বিচাৰক—(হাঁহি) কেনেকৈ ?

কুশল- পৰাপক্ষত অহিংস নীতিৰে।

বিচাৰক—আৰু নোৱাৰিলে ?

কুশল—নোৱাৰিবৰ কোনো মানে নাই। তথাপিও যদি নোৱাৰি, আৱশ্যক বুজি, অতি সাৱধানে কেতিয়াবা হয়তো কিঞ্চিৎ-ভাবে হিংসানীতিও অৱলম্বন কৰাৰ প্ৰয়োজন আহি পৰিব পাৰে।

বিচাৰক—তুমি এই আন্দোলনৰ নেতৃত্ব বহন কৰিছিলা ?

কুশল—কোনো কোনো ক্ষেত্ৰত অৱশ্যে নকৰা নহয়।

বিচাৰক—চৰকাৰৰ বিৰুদ্ধাচৰণ কৰিছিলা ?

কুশল—বিৰুদ্ধাচৰণ হয়নে নহয় মই নাজানো। কিন্তু এনে কিছুমান কাম কৰিছিলো যি হয়তো চৰকাৰৰ বিৰুদ্ধে গৈছিল।

বিচাৰক—তুমি নাজানা যে প্ৰজাই ৰাজশক্তিৰ বিৰুদ্ধাচৰণ কৰিব নালাগে ?

কুশল—জানো, খুব জানো। লগতে এইটোও জানো যে, ৰজাঘৰেও প্ৰজাঘৰৰ বিৰুদ্ধাচৰণ কৰা অনুচিত। শাসন মাত্ৰেই হব লাগে প্ৰজানুৰঞ্জন। যি শাসনে প্ৰজাৰ মাজত বিভেদৰ বীজ ৰোপণ কৰে, যি শাসনে মানুহৰ মনুষ্যত্ব হৰণ কৰি প্ৰজাক পংগু কৰি তোলে, যি শাসনে মানুহৰ স্বাধীন চিন্তাশক্তি মষিমূৰ কৰে, তেনে শাসন আমাক নালাগে! সঁচা কথা কব গ'লে বৃটিছৰ শাসন—বৃটিছৰ শাসন (উত্তেজিত হৈ পৰে)—হাঃ!

বিচাৰক—আৰু নালাগে, আৰু নালাগে, মুখ বন্ধ কৰা; পুলিচ, লৈ যোঁৱা (কুশলক পুলিচে লৈ গ'ল। বিচাৰকে কিবাকিবি লিখিব ধৰিলে)

## ৩য় দৃশ্য

[কাৰাগাৰত কুশল। বাহিৰৰ পৰা এজন কৰ্মচাৰীয়ে বিচাৰৰ ৰায় ডাঙৰ ডাঙৰকৈ পঢ়ি শুনালে]

কৰ্মচাৰী—শুনা কুশল, তোমাৰ ওপৰত বিচাৰকৰ হুকুম এয়া—১৯৪২ চনত আসাম বেংগল ৰেল লাইন আঁতৰাই তুমি বহু যাত্ৰীৰ জীৱন বিপন্ন কৰিব ধৰিছিলা। এই অপৰাধত ভাৰতীয় দণ্ডবিধিৰ আইন অনুসৰি তোমাৰ ফাঁচীৰ হুকুম দিয়া হৈছে।

কুশল—বিচাৰকৰ বিৰুদ্ধে মোৰ কবলৈ একো নাই। স্থান-কাল-পাত্ৰ অনুসৰি বিচাৰ যেনে হব লাগে বোধহয় তেনেই হৈছেই।

## ৪র্থ দৃশ্য

[ বন্দীশালত কুশল ; বাহিৰত তেওঁৰ ভাৰ্য্যা মালতীয়ে তেওঁৰ পিনে চাই চাই বেজাৰৰ হুমুনিয়া চাৰিছে। ভাৰ্য্যাৰ কোলাত এটি কেচুৱা ]

কুশল—আজি মোৰ জীৱনৰ শেষ দিন, শেষ মুহূৰ্ত্ত। বহুত মানুহে মোক দেখা কৰিছে. ( ভাৰ্য্যাৰ পিনে চাই ) আৰু তুমি—তুমি—তুমিও আহিলা মালতী ! বেছ। কিন্তু কোলাৰ কেচুৱাটি, তাক আনিলা কিয় ! সি জানো কিবা বুজিব ! সি জানো কিবা জানিব ! সি কিবা খাইছেনে বাৰু আজি !

[ ভাৰ্য্যাই কিবা কওঁ বুলি কব নোৱাৰি মূৰ্চ্ছা খাই পৰি যায়। ]

নেপথ্যত করুণ সুৰৰ এটি গীত শুনা গৈছে—

"পাৰে পৰিহৰি কৰোঁ মই কাতৰি
প্ৰাণ ৰাখবি মোৰ,
পুত্ৰ পৰিবাৰ সৱহি অথিৰ
থিৰ নাহি একো তিল।"

কুশল—বেজাৰৰ কাৰণ নাই মালতী। উঠা উঠা, ধৈৰ্য্য ধৰা। "বিপদি ধৈৰ্য্যম্" শাস্ত্ৰই কৈছে, বিপদত ধৈৰ্য্যই পৰম বল। ই মোৰ মৃত্যু নহয়। পুনৰ জন্মৰ দুৱাৰ-দলি মাথোন, দেহান্তৰ-গ্ৰহণ ব্যৱস্থা মাথোন। মহৎ লোকৰ বাণী—"জন্মিলে মৰিব লাগে—ৰীতি এই বন্ধা ধৰা। একেবাহে চলি আছে সৃষ্টি পাতনিৰে পৰা।" ইয়াৰ অন্যথা নাই। অৱশ্যে অকাল মৃত্যু বাঞ্ছনীয় নহয়। কিন্তু মোৰ এই অকাল মৃত্যুত বৈশিষ্ট্য আছে। আই ভগৱতী দুৰ্গা দেৱীৰ অকাল বোধন সদৃশ মোৰ এই অকাল মৃত্যু কাহিনী যুগ যুগ ধৰি মানুহৰ স্মৃতি-পটত ৰৈ নেযাবনে ? ইয়াত আছে গৌৰৱ, ইয়াত আছে সুখ, ইয়াত আছে শান্তি। দেশ-মাতৃকাৰ সেৱাৰ বেদীত মই

ইয়াক হাঁহি মুখে, নতশিৰে আদৰি ল'ম। এই মৃত্যুৱে মোক অমৰ কৰিব, বিদেশীৰ পদ-সেৱাৰ পৰা পৰিত্ৰাণ কৰিব, মোক শান্তি দিব, চিৰশান্তি, চিৰশান্তি! চিৰশান্তি !! "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী"—এয়ে মোৰ অমোঘ মন্ত্ৰ। (ভাৰ্য্যাৰ প্ৰতি) শুনা, শুনা মালতী, শুনা মোৰ কল্যাণী গোসানী, মোৰ অভাৱত তোমাৰ প্ৰভাই মোৰ দেশ পোহৰাই তুলিব নোৱাৰিবনে ?

[ নেপথ্যত ঘণ্টা পৰিল ]

জেইলৰ—আৰু সময় নাই, সময় নাই, ব'লা ব'লা কুশল।

কুশল—যাম, যাম ক্ষন্তেক পাছতে মোৰ মৃত্যু হব! ও নহয় ফাঁচী হব। জেইলৰ ভাই, তেন্তে মোক নিৰ্দ্দিষ্ট স্থানলৈ লৈ ব'লা, লৈ ব'লা।

[ এখোজ দুখোজকৈ আগবাঢ়ি যায় আৰু তেওঁৰ ভাৰ্য্যাই বিকট চিঞৰ মাৰি মাটিত বাগৰি পৰে ]

ইকি! ইকি! মালতী, তুমি ইমান অধৈৰ্য্য হৈছা কিয় ? মই দেহত্যাগ কৰিম মাথোন। আৰু তুমি—তুমি—মোৰ পশ্চাদনুসৰণ কৰি থাকিবা—শাস্ত্ৰয়ো কৈছে "পূৰ্ব্বজন্ম-কৃতা ভাৰ্য্যা পশ্চাদ্ ধাৱতি ধাৱতি" যুগে যুগে, জন্ম-জন্মান্তৰে তুমি মোৰ প্ৰিয়তমা ভাৰ্য্যা চিৰসংগিনী ৰূপে চিৰদিন থাকি যাবা। ই শাস্ত্ৰৰ কথা, মহাপুৰুষৰ বাণী। স্ত্ৰী-পুৰুষৰ সম্বন্ধ যুগ যুগান্তৰ ব্যাপক ; গতিকে, চিৰদিন চিৰদিন তুমি মোৰ—তুমি মোৰ—তুমি মোৰ একমাত্ৰ প্ৰিয়তমা প্ৰাণৰ প্ৰতিমা! বন্দে মাতৰম্। বন্দে মাতৰম্। বন্দে মাতৰম্। [ ভাৰ্য্যাই তেওঁৰ পিনে এবাৰ চাই পুনৰ বিকট-চিঞৰ মাৰি মাটিত লুটি খাই বাগৰি পৰিল। এখন ক'লা ঢাকনিয়ে কুশলক মঞ্চত অদৃশ্য কৰিলে। এক সুদীৰ্ঘ সকৰুণ ক্ষীণ ধ্বনি দিক্-বিদিক্ বিয়পি পৰিল ]।

[ যৱনিকা ]

# (২) নতুনৰ সন্ধান

**চৰিত্ৰ সমূহ—**

বৃন্দাবন হাতীবৰুৱা—বয়সত ডেকা; সংস্কৃত ভাষাত কিঞ্চিত পৰিচয় আছে, মনটো চঞ্চল; হাতত কাগজ, পেঞ্চিল, বেগ্।

বন্ধু (কম্‌ৰেড্)—বৃন্দাবনৰ সমবয়স্ক ডেকা মানুহ, চঞ্চল প্ৰকৃতিৰ, হাতত লাখুটি। এটা বেগত কমলাটেঙা, বাদাম, তামোল পাণ আদি।

গৌৰীদাস—এজন বেপাৰী, আদবয়সীয়া; [ অসমীয়া ভাষাত কথা ক'লেও শব্দৰ উচ্চাৰণত ধৰিব পাৰি তেওঁ অসমীয়া নহয়। উষ্ম বৰ্ণৰ উচ্চাৰণ তেওঁৰ মুখত প্ৰায় 'হ' যেন হয় ]।

## ১ম দৃশ্য

[ অসমৰ নবনিৰ্ম্মিত ৰাজধানী দিছপুৰৰ দাঁতিত থকা গণেশ-গুৰিৰ ৰাজ আলিবাট। নেপথ্যত পিক্‌নিক পাৰ্টি এটাৰ হুলস্থুল শুনা যায়, যেনে, 'জয় লাচিত যুৱক সংঘৰ জয়'; কেবাবাৰো এই সমদল জয়ধ্বনি শুনা যায়; কোনোৱে খৰী-খেৰ, কোনোৱে টৌ-কেৰাহী আদিৰ অনুসন্ধান কৰা শুনা যায়। বৃন্দাবন আৰু বন্ধুৰ প্ৰৱেশ ]

বৃন্দাবন ( নেপথ্যৰ পিনে চাই )—তোমালোক গৈ থাকা, আগবাঢ়ি গৈ থাকা। জুই-চাই ধৰাগৈ মানে, বস্তু বাহানিবোৰ দিহা লগোৱা মানে, আমি পামগৈ।

বন্ধু—জুই ধৰিবা, মানে, চাহ-তাহ কৰিবা, আমি গৈ ঠিক সেই সময়তে ওলামগৈ।

[ পিক্‌নিক পাৰ্টিৰ মানুহবোৰ ক্ৰমান্বয়ে নেপথ্যত দূৰৰ পিনে গৈ থকা যেন গম পোৱা গ'ল। দূৰৰপৰা তেওঁলোকৰ জয়ধ্বনি,

দুই-এষাৰ মাত-কথা শুনা গ'ল। তেওঁ কমলা টেঙা বথলিয়াই নিজেও খায়, বৃন্দাবনকো দিয়ে। মাজে মাজে বাদামো খায় আৰু দিয়ে। সেইদৰে তামোল-পাণ আদিও মাজে মাজে খাই থাকে আৰু দি থাকে। দুয়ো আলি বাটেৰে দুখোজ-এখোজ কৈ ওচৰৰ চাইন্ বোৰ্ডবোৰলৈ লক্ষ্য কৰি কৰি যাব ধৰে ]।

বৃন্দাবন—অ! এই চাইনবোৰ্ডখনত লিখা আছে 'কৃষ্ণদাস মংগল দাস জুট্‌মিলচ্ কোম্পানী লিমিটেড', মৰাপাটৰ বৃহৎ কাৰবাৰ! ( দুখোজ মান আগবাঢ়ি )। এয়া হ'ল চণ্ডীদাস গংগাদাস বস্ত্ৰালয়' ( দুখোজমান আগ বাঢ়ি )। ও! এইখনো তো কম ডাঙৰ দোকান নহয়! নামটো দেখিলেই চমক্ খাব লাগে। 'গোপীদাস কান্তিদাস মিষ্টান্ন ভাণ্ডাৰ'; বাঃ! কি যে পৰ্বতাকাৰ মিঠাইৰ দ'ম। ( দুখোজমান গৈ ) ইও সেই সিখনৰ দৰেই প্ৰকাণ্ড মিঠাইৰ দোকান। আও! কি যে এই নামটো। এটা আখৰ মচ খাই গৈছে দেই। বহুদিন হ'ল ছাগৈ ( কাষলৈ গৈ নিৰীক্ষণ কৰি ); নামটো হব লাগে সম্ভৱ 'বংশীদাস দুৰ্গাদাস ভোজনালয়'। ( বন্ধুৰ প্ৰতি ) কম্‌ৰেড্, মন কৰিছা এই দোকানবোৰৰ নাম বোৰলৈ?

বন্ধু—ওঁ, কৰিছো তো।

বৃন্দা—প্ৰতিটো নামৰ লগত 'দাস' শব্দটো আছেই; মন কৰিছা?

বন্ধু—জকল কৰিছো, মানে, এই শব্দটোত নিশ্চয়, কিবা নহয় কিবা এক গুৰুত্ব আছে, কিবা এক ৰহস্য আছে জকল। নহলে মানে, একে ধৰণৰ একোটা শব্দ বাৰে বাৰে, ইমানকেইখন দোকানত, মানে, থাকিব কিয়। ইয়াত মানে জকল কিবা এটা ৰহস্য আছে দেই, জকল।

বৃন্দা—ওচৰতে সোৱা বশিষ্ঠাশ্ৰম। একে ধৰণৰ নামযুক্ত মহাকবি কালিদাসৰ বাসস্থানো যে এই অঞ্চলতে হব লাগে

এয়ে তাৰ ইংগিত। বাক, বশিষ্ঠাশ্ৰম পাওঁগৈ চোন ব'লা। তাত বা আকৌ কি ওলায় চাওঁগৈ ব'লা। কালিদাস! কালিদাস! মহাকবি কালিদাস!! পৃথিৱীৰ ভিতৰত অন্যতম খ্যাতিমন্ত কবি কালিদাস!! এনে এজন কবিক যদি অসমৰ বুলি প্ৰমাণ কৰিব পৰা যায়—হাঃ! পৰা যাব নিশ্চয়। চেষ্টাৰ অসাধ্য কি! কি কোৱা কমৰেড্?

বন্ধু—ঠিক ঠিক। চেষ্টাৰ অসাধ্য একো নাই, মানে, যত্ন কৰি চাব লাগে, নহ'ল যদি নাই।

বৃন্দা– ( ডাঙৰ ডাঙৰকৈ আবৃত্তি কৰে )

"পুষ্পেষু জাতিঃ, নগৰেষু কান্তিঃ।
নাৰীষু ৰম্ভা, পুৰুষেষু বিষ্ণুঃ।
নদীষু গংগা, নৃপতিষু ৰামঃ,
কাব্যেষু মাঘঃ, কবি কালিদাসঃ॥"

বন্ধু– বেছ, কবি কালিদাস। কবি কালিদাস!! আমাৰ কবি কালিদাস!!

বৃন্দা—কালিদাসৰ বিষয়ে তুমি কিবা জানা?

বন্ধু— জানো, মানে, নেজানোও।

বৃন্দা—হেঁঃ! কিনো কোৱাহে কমৰেড্? 'জানো' মানে নেজানো। ইয়াৰ অৰ্থ কিহে? তুমি কালিদাসৰ বিষয়ে কিবা জানা নে নেজানা? এটা উত্তৰ দিয়া। ঠিক উত্তৰ।

বন্ধু—( কিবা কওঁ নকওঁ কৰি ভেওঁৰ জোলোঙাৰ পৰা বাদাম গোটা-চেৰেক উলিয়াই চোবাব ধৰিলে আৰু বৃন্দাবনকো দিলে ) বাক, কমৰেড্, আগতে এয়া বাদাম খাই লোৱাচোন। কমলাও এটা খাব পাৰা, এইটো খোঁৱা, খুব মিঠা হব লাগে দেই। এতিয়া ব'লা, নহলে পিক্‌নিকৰ ভাগ হেৰাব এক। ( দুয়ো লাহে ধীৰে বাদাম, কমলা আদি চোবাই চোবাই গৈ থাকিল )।

## ২য় দৃশ্য

বৃন্দাবন--এয়েই বশিষ্ঠাশ্ৰম। মুনি-মনমোহা অসমৰ উত্তম তপোবন, যাক লৈ অসমীয়া কবিয়ে গৌৰৱ কৰে। কবিৰ ভাষাত—

"বহল শ্যামল ক্ষেত্ৰ শিলনিৰে গঁথা
লেখা আছে বশিষ্ঠৰ হৃদয় দুৰ্গত
অতীতৰ গৌৰৱ স্মৃতি আৰু পুণ্য কথা
বিশ্ব লীলা অভিনয় কীৰ্ত্তি শত শত।"

বন্ধু—"কীৰ্ত্তি শত শত"—মানে, শতাধিক শত, সহস্ৰাধিক শত, কত সহস্ৰ, কত লক্ষ, মানে, লেখ নাই, জোখ নাই, সংখ্যা নাই, আদি নাই, অন্ত নাই। অসংখ্য অনন্ত; সঁচা সঁচা সঁচা। খুব সঁচা, তেনেই সঁচা, অতিকৈ সঁচা।

বৃন্দাবন—ইয়াত আছে যুগ যুগান্তৰ বাগৰি বাগৰি অহা শত সহস্ৰ ইতিহাস-মণ্ডিত গৌৰৱ-স্মৃতি! (কিতাপ চাই)। এয়া কালিদাসৰ শকুন্তলা নাটকৰ মালিনী নৈখন, কণ্ব মুনিৰ আশ্ৰমখন, এইবোৰ বাৰু ক'ত! ভূগোলে তাৰ আঁত বিচাৰি পাইছে জানো? দুষ্যন্ত-শকুন্তলাৰ শুভ-মিলনৰ মহান্ পৱিত্ৰ স্থান—ইতিহাসে তাৰ ঐতিহ্য বিচাৰি উলিয়াব পাৰিছে জানো? (শিলৰ টুকুৰা, গছৰ পাত, মাটি, বালি আদি লিৰিকি বিদাৰি চাব ধৰে আৰু কিতাপ-বহীৰ পাত কিছুমান লুটিয়াই-বগৰাই বিস্ময় ভাব প্ৰকাশ কৰে। এনেতে বন্ধুজনে পিছ পিনৰ পৰা তেওঁৰ চকুমুদ খুৰাই পিঠিত চাপৰ এটা মাৰি দিয়েহি আৰু বৃন্দাবন চক্ খাই উঠে)।

বন্ধু—চক্ খালানেকিহে কম্‌ৰেড্? শুনা, মানে, ইয়াত ইমান ভাবুক হব নেপাই দেই।

বৃন্দা—হেঃ! কোন ও এইটো! অ' তুমি!

বন্ধু—মানে, ইমান ভাবুক হব নেপায় বুলিছো,

বৃন্দা—সেইবুলি মোকো এইদৰে চাপৰটো মাৰিব নেপায় বুলিছো।

বঙ্কু—ভাবত বিভোল হৈ, মানে, মাটিত লুটি বাগৰ খাই পৰা বুলিহে, মানে, ভয় হয়।

বৃন্দা—( আকৌ সুৰ ধৰি গাব ধৰে )

"সন্ধ্যা ললিতা কান্তা পৰ্বত জীয়াৰী
তিনিওটি বাই-ভনী স্বৰ্গীয় ভাবত,
মহিমাৰ গীত গাই স্বভাব সুন্দৰী
সম্ভাষিছে ব্ৰহ্মপুত্ৰ স্বামীৰ কোলাত।"

বঙ্কু—বাঃ! বোলো কম্‌ৰেড্, এটা কথা নহয়; আমি মানে, আহিছিলো ইয়ালৈ পিক্‌নিক খাবলৈ বুলিহে। এইদৰে মানে, কবিতা আবৃত্তি কৰিবলৈতো অহা নাই; পুথি-পাজি মাতি মাতি মানে, মাথা ঘোলা কৰিবলৈতো অহা নাই।

বৃন্দা—হব পাৰে। কিন্তু শুনা......

মুনি মনোৰম এই দিব্য উপবন,
ইয়াতেই তাহানিতে
সুৰৰ লহৰী তুলি প্ৰেমৰ ৰাগিণী ধৰি
কবিতাই বৰমাল্য কৰিছিল অৰ্পণ
কবি কালিদাসৰ সেই পৱিত্ৰ কণ্ঠত।
হে কৱি, বিশ্ববৰেণ্য কৱি,
লোৱা মোৰ স্তুতি-নতি লোৱা নমস্কাৰ।

( আঠু কাঢ়ি সেৱা কৰে। দূৰৈত ঘণ্টা বাজিল, হুইছেল বাজিল আৰু নেপথ্যৰ পৰা উচ্চস্বৰে আহ্বান আহিল,—"কোন ক'ত আছা চাপি আঁহা, চাপি আঁহা, পিক্‌নিক্ খাবৰ হ'ল, পিক্‌নিক্ খাবৰ হ'ল। পিক্‌নিক্, পিক্‌নিক্, পিক্‌নিক্।" )

বঙ্কু—শুনিছা বঙ্কু, মানে, বোলো পিক্‌নিক্ খাবৰ সময় হ'ল। ব'লা, নহলে, মানে ভাগ হেৰাব; পিক্‌নিকৰ কথাহে, মানে ধৰ নহয়তো।

বৃন্দা — [ স্বগতঃ ]

"ৱাগৰ্থাৱিৱ সম্পৃক্তৌ ৱাগৰ্থ-প্ৰতিপত্তয়ে
জগতঃ পিতৰৌ ৱন্দে পাৰ্বতী-পৰমেশ্বৰৌ।"

কালিদাস নিশ্চয় শিৱ-ভক্ত আছিল। নহলে তেওঁৰ 'ৰঘুৱংশ' মহাকাব্যৰ প্ৰথম শ্লোকটোতে এইদৰে হৰ-গৌৰীৰ প্ৰতি এনে ভক্তিপূৰ্ণ স্তুতি-নতি জনোৱাৰ কোনো মানে নাই।

বন্ধু—জকল, জকল! নহলেনো, মানে, হিন্দুৰ তেত্ৰিশ কৌটি দেৱতাৰ মাজত এই, মানে, দুজনহে তেওঁৰ চকুত, মানে পৰিব পায় নে বাৰু!

বৃন্দা—সিও কেৱল এবাৰ দুবাৰেই নহয়তো পৰমেশ্বৰ শংকৰ-স্তুতি, পাৰ্বতী-প্ৰণাম, তেওঁৰ প্ৰায় প্ৰত্যেকখন কাব্যতে কম-বেছি পৰিমাণে আছেই। [ বননিৰ পিনে চাই ভাবত পুনৰ তন্ময় ] কালিদাসৰ 'কুমাৰসম্ভৱ' কাব্য হৰ-পাৰ্বতীৰেই লীলা-বৰ্ণনা। [ সুৰ ধৰি গায় ]

"বৃষভবাহন সেই ব্যোম ভোলানাথে
মদনক ভস্মীভূত কৰি তাহানিতে
দেখুৱালে তপস্যাৰ অপূৰ্ব প্ৰভাৱ,
পৰ্বত জীয়াৰী দেহি, পাৰ্বতী দেৱীয়ে
দুৰ্বহ যাতনা ভুগি কত শত দিন
অপূৰণ অভিলাষ কৰিলে পূৰণ।
ছন্দে ছন্দে বাজি উঠিল মধুৰ সংগীত
কুমাৰ সম্ভৱ হ'ল শুভ লগনত।"

[ নেপথত ঘণ্টা, দুইছেল আদি পুনৰ বাজিব ধৰিলে ]

বন্ধু—কম্‌ৰেড, কিন্তু পিক্‌নিক্! মানে, পিক্‌নিক্; বুজিছা! সেয়া যে পিক্‌নিকৰেই ছন্দ-ধ্বনি, মানে, পিক্‌নিক্‌ৰেই মধুৰ সংগীত; পিক্‌নিকৰেই মধুৰ আহ্বান!

বৃন্দা—ৰ'বা, আগেয়ে মোৰ কথা শুনা ; কালিদাসৰ 'কুমাৰ-সম্ভৱ' কাব্যৰ পটভূমি যে নিশ্চয় হিমালয়, তাত মানে কোনো সন্দেহ নাই, বুজিছা ? গিৰিৰাজ হিমালয়ে কালিদাসৰ দৰে প্ৰতিভাশালী কবি এজনাৰ দৃষ্টি আকৰ্ষণ কৰা একেবাৰে স্বাভাৱিক কথা, খুব স্বাভাৱিক। কিন্তু—কিন্তু—কিন্তু [ অলপ বৈ ], মই যিমান দূৰ গৱেষণা কৰি পাইছো, মানে, 'অভিজ্ঞান-শকুন্তলম্' নাটকৰ পটভূমি বশিষ্ঠাশ্ৰমহে।

বন্ধু—হুঁ ! আচৰিত আচৰিত যেন লাগিছে কম্ৰেড্, তোমাৰ অনুমানবোৰ, মানে, তোমাৰ কথাবোৰ, চিন্তাবোৰ, মানে বলকনিবোৰ।

বৃন্দা—অনুমানেই নহয়, প্ৰত্যক্ষ প্ৰমাণ আছে, লৌকিক উদাহৰণ আছে, তথ্যপূৰ্ণ কথা আছে। এটা নহয়, দুটা নহয়, তিনিটা নহয়, ডেধাৰ, ডেধাৰ, ডেধাৰ। আমাৰ পণ্ডিত সমাজে দেখি স্তম্ভিত হব, মানে, ইতিহাসৰ পাত ওলট খাব [ তৰ্জন-গৰ্জন কৰি ইফাল-সিফাল কৰিব ধৰিলে। এবাৰ হাত জোকাৰে, এবাৰ ভৰি জোকাৰে ] কোনে কয়, কালিদাস অসমৰ নহয় বা অসমৰ বাসিন্দা নহয় বুলি ! কোনে কয়, তেওঁ অসমীয়া নহয় বুলি !! তেওঁ অসমৰ নোহোৱা হলে, শকুন্তলা নাটকখনৰ পটভূমি বশিষ্ঠাশ্ৰমৰ প্ৰাকৃতিক দৃশ্যৰ সৈতে মানে, এইদৰে কেতিয়াও হুবহু মিলি নাযায় নহয়। কেতিয়াও নাযায় ; কম্ৰেড্, তুমি কালিদাসৰ 'অভিজ্ঞান-শকুন্তলম্' নাটক পঢ়িছা ?

বন্ধু—পঢ়িছোও, মানে, নাই পঢ়াও।

বৃন্দা—উ আই ! পঢ়িছোও, মানে 'নাই পঢ়াও'—ইয়াৰ মানে আকৌ কিহে ? কেনে কথাহে ?

বন্ধু— মানে, সকলো কথাৰে মানে কৰ প্যাৰি জানো ?

বৃন্দা—নোৱাৰিতো মানে (হাঁহি)। শকুন্তলা নাটক তুমি যে আখৰে আখৰে পঢ়িছা, মই বেছ জানো; আখৰে আখৰে পঢ়ি, জানি, বুজি, উপলব্ধি কৰি, সাৰ সংগ্ৰহ কৰিছা, হজম কৰিছা, তাকো জানো। আৰু তুমি যে, মানে, কেনে মহা পণ্ডিত তাকো জানো। সংস্কৃত শকুন্তলা নাটকৰ কথা, মানে, আজিলৈ ইমানতে সমাপন কৰিলো দেই। এতিয়া কোৱাঁচোন বাৰু, মানে, অসমীয়া শকুন্তলা নাটক তুমি পঢ়িছিলা ?

বন্ধু— মানে, অ'মীয়া গল্প শকুন্তলা ?

বৃন্দা—হয়, হয় ; বাৰু বাৰু, সকলো বুজিলো। এতিয়া মই কৈ যাওঁ। তুমি শুনি যোৱা মাথোন।

বন্ধু— মানে, তুমি কৈ যাবা, মই শুনি যাম ?

বৃন্দা—ওঁ ; মই মানে, কব নেলাগেই নহয়, মই কিতাপখন চাই চাই গাই যাম, পাঠ কৰি যাম আৰু তুমি শুনি যাবা, শুনি যাবা ; শুনি গ'লেই, মানে, বুজি পাবা।

বন্ধু— বেছ, বেছ, বেছ, বেছ ( শুনিবলৈ সাজু হয় )। বাৰু শুনিছো দেই।

বৃন্দা—এতিয়া কালিদাসৰ শকুন্তলাৰ কথা বাদ দিয়া। তাহানিখন আমাৰ যে লম্বোদৰ বৰাই এখন শকুন্তলা লিখিছিল, মানে, কালিদাসৰ শকুন্তলা নাটকখনৰ ভাঙনি কৰিছিল, তাৰে পৰা কেইআষাৰমান গাই দিওঁ শুনা।

বন্ধু— (হাঁহি হাঁহি) মানে, আমাৰ সেই নৈৰ পাৰৰ কেঁকুৰীটোত ঘৰ যে, লম্বোদৰ, মানে পেটাল সেই মানুহটো—তাৰ কথা কৈছা ?

বৃন্দা—ধেইৎ কটা ! ধেইট্ ! ধেইট্ !!

বন্ধু— হুঁ ! কি ! নহয় ? মই ভুল কৈছো ? মোৰ অনুমান ভুল হৈছে ?

বৃন্দা—লম্বোদৰ নামৰ এজন সাহিত্যিক আছিল, বুজিছা ? মানে, মই এতিয়া মাত্তি যাওঁ তেওঁৰ কিতাপখনৰ পৰা কেইটামান

শাৰী, অৰ্থাৎ শকুন্তলাৰ পৰা ; আৰু তুমি শনৈঃ শনৈঃ, মানে, লাহে লাহে শুনি যোৱা, অনুধাৱন কৰা, তোমাৰ ৰসগ্ৰাহী মনটোৰে ৰস গ্ৰহণ কৰি ৰস উপভোগ কৰা।

বন্ধু— বাৰু বাৰু বাৰু। মাতি যাবা, মানে, কিতাপ চাই চাই পঢ়ি যাবা ? নহয় জানো ?

বৃন্দা—হয় হয় হয়। শুনা, অসমীয়া কবি সাহিত্যিক আমাৰ লম্বোদৰ বৰাই তাহানিতে লিখি থৈ গৈছে সংস্কৃত শকুন্তলা নাটকৰ অসমীয়া ভাঙনি ; মানে, মহাকবি কালিদাসৰ সংস্কৃত 'অভিজ্ঞান-শকুন্তলম্' নাটকৰ অসমীয়া ভাঙনি। তাৰে এছোৱা মই গাই যাম, তুমি শুনি যাবা . শুনিবা এতিয়া। ওঁ 'ৰেডি' ?

বন্ধু— ওঁ 'ৰেডি'।

বৃন্দা—শকুন্তলাৰ প্ৰথম সন্ধান পাই ৰজা দুষ্মন্তই এইদৰে আপোনা-আপুনি গুণাগঁথা কৰিছে—[ কিতাপ চাই পাঠ কৰে ] "এই মালিনী নদীৰ ঢৌৰ কণিকা মিহলি হোৱা আৰু পদুম ফুলৰ সুঘ্ৰাণ লগা বতাহ মই কাম-তপ্ত শৰীৰেৰেও ভালকৈ স্পৰ্শ কৰিব পাৰিছো। [ দুখোজমান আগবাঢ়ি গৈ চাই ] এই বেতগছে ছাটি থোৱা নিকুঞ্জ বনৰ ভিতৰতে শকুন্তলা ওচৰতে থাকিব পায়। তালৈ সোমাই যোৱা বাটতে আধা বগা আৰু আধা হালধীয়া বালিৰ ওপৰত আগফালে উঠা আৰু জঙ্ঘাৰ ভৰত পাচ ফালে পৰা এশাৰী নতুন খোজ দেখা পাইছো। গছৰ ডালৰ লুকাইদি চাওঁচোন। আঃ! মোৰ চকু জুৰাল।" এতিয়া শুনা, কম্ৰেড্, কালিদাসৰ ভাষাত কৰলৈ গ'লে "অহো লব্ধং নেত্ৰ-নিৰ্বাণম্"। দুষ্মন্তৰ এই বচন মানেই কালিদাসৰেই বচন, দুষ্মন্তৰ এই অনুভূতি মানে কালিদাসৰেই অনুভূতি। নহয় জানো ?

বন্ধু— ঠকল ঠকল।

বৃন্দা—সেই পিনেই চাই চাই, মানে, একে থবে চাই চাই—
বন্ধু—অৰ্থাৎ, ৰ লাগি চাই চাই—
বৃন্দা—ওঁ! মানে, ৰ লাগি চাই চাই—দুষ্যন্তই যেতিয়া পাটগাভৰু শকুন্তলাৰ মুখখনি দেখা পালে—
বন্ধু—ওঁ? মানে, পূৰ্ণিমাৰ জোন যেন মুখখনি—?
বৃন্দা—পূৰ্ণিমাৰ জোন যেন মুখখনি— হব পাৰে, হব পাৰে পূৰ্ণিমাৰ জোন যেন মুখখনি— তেতিয়া, তেতিয়া, তেতিয়া, তেওঁৰ মনটিও, মানে, স্বাভাৱিকতে পিছলি গ'ল, পিছলি গ'ল, পিছলি গ'ল। অৰ্থাৎ—
বন্ধু— অৰ্থাৎ, তেওঁৰ মনটিয়েও কেনেবা কেনেবাখন লগালে। লগাবৰ কথাও দেই—এঃ! কিবা বোলেনে—কিবা বোলেনে—
বৃন্দা—ওঁ। লগাবইতো। মানে এপিনে গাভৰুৰ অপৰূপ ৰূপ-লাৱণ্য, ইপিনে বননিৰ এনে অপৰূপ অপূৰ্ব সৌন্দৰ্য্য [ বৃন্দাবনেও থব্ লাগি বননিৰ সৌন্দৰ্য্য চাই ৰ'ল ]।
বন্ধু—চাবা আকৌ কম্‌ৰেড্, এই ঠাইডোখৰৰ লক্ষণটো মই হলে, বৰ ভাল দেখা নাই দেই। তোমাৰ ভাবৰ লক্ষণটো দেখিও, মানে, মোৰ বৰ সন্দেহ হৈছে, জানোচা, জানোচা—
বৃন্দা—ৰ'বা, ৰ'বা, ৰ'বা কম্‌ৰেড্, কেৱল ইমানেই নহয়, আৰু আছে, আৰু আছে। মানে, যৌৱনৰ ভৰত শকুন্তলা তেনেই কাতৰ হৈ পৰিল। মানে, দেহ-মন তেনেই উচাটন হ'ল।
বন্ধু—মানে, দেহাটো খুব জ্বলিব ধৰিলে, গাত পোৰণি উঠিল, গৰম হৈ পৰিল, অগনি জ্বলা দি জ্বলিব ধৰিলে। লগে লগে মনটোৱেও উচাট বিচাট লগালে। লগাবৰো কথা ; অৰ্থাৎ গাভৰু ছোৱালীৰ মনতো, মানে, পাট গাভৰুতো।
বৃন্দা—ওঁ, গতিকে তেওঁ কি কৰিলে শুনা।
বন্ধু—কিন্তু কবিৰ ভাষাত ক'বা দেই?

বৃন্দা—ওঁ। কবিৰ ভাষাত ক'ম। মানে, শকুন্তলা নিৰুপায় হৈ শেষত সমস্ত দেহাটোত গান্ধ-বিৰিঙাৰ অনুলেপন ললে। এহাতে মৃণালৰ খাক পিন্ধিলে। আৰু ......।

বন্ধু—"মৃণালৰ খাক", অৰ্থাৎ পদুমৰ মোলান লৈ, তাৰ মানে, খাক তৈয়াৰ কৰি, হস্তাভৰণ ৰূপে, অৰ্থাৎ হাতৰ খাক ৰূপে, পিন্ধি ললে। নহয় জানো ?

বৃন্দা—ওঁ। মানে মৃণাল-নিৰ্মিত খাককে পৰিধান কৰিলে তেওঁ।

বন্ধু— অৰ্থাৎ, শকুন্তলা আইদেৱে ?

বৃন্দা—ওঁ। আমাৰ অসমীয়াতো এটা যে কিবা মানে, ( পাহৰা যেন দেখুৱাই ) কিবা, কি জানো, গীত এটা যে আছিল ?

বন্ধু—অ ! অ ! বুজিছো, বুজিছো, অৰ্থাৎ সেই সেই যে (পাহৰা যেন দেখুৱাই কেবাবাৰো মুৰটো খজুৱাই খজুৱাই মনত পেলাই) "মই খোপাত পিন্ধিম"...

বৃন্দা—ওঁ ঠিক, ঠিক, ঠিক মনত পৰিছে—"মই খোপাত পিন্ধিম বিজুলীৰে ফুল...

বন্ধু—ওঁ ! ঠিক, ঠিক, তাহানিখনতে ডালিমী আইদেৱে গোৱা সেই গীতটো ! ওঁ...( লগে লগে বন্ধুৱে সুৰ লগাই নাচি বাগি গাব ধৰে )

"মই খোপাত পিন্ধিম বিজুলীৰে ফুল,
কাণত পদুমৰ কেক,
ডিঙিত পিন্ধিম ফুলৰ সাতেসৰী
হাতত মৃণালৰ খাক।"

বৃন্দা—সেয়াচোন ! সাউং কৰে ওলাই পৰিল পাহৰা গীত, পাহৰা সুৰ, পাহৰা তাল, পাহৰা তান, পাহৰা মান। এটা এটাকৈ কেউটাই ওলাল সাউং সাউং কৈ।

বন্ধু—অৰ্থাৎ বুজিছা, কমৃৰেড, প্ৰেৰণা, প্ৰেৰণা। প্ৰেৰণা নেপালে সাহিত্য সৃষ্টি নহয় বুজিছা, কেতিয়াও নহয়। অৰ্থাৎ

প্ৰথমতে তোমাৰ, প্ৰেৰণা, তাৰ পাছত তোমাৰ, অৰ্থাৎ কথাৰ প্ৰেৰণা, ভাবৰ প্ৰেৰণা ; তাৰ পাছত, তাৰ পাছত তোমাৰ, মানে, সেই মহাকবি কালিদাসজনৰ প্ৰেৰণা ; তাৰ পাছত, মানে, ডালিমী আইদেওৰ প্ৰেৰণা ইত্যাদি ইত্যাদি ইত্যাদি, বহুত বহুত বহুত প্ৰেৰণা ।

বৃন্দা—ওঁ। এতিয়া কথা হ'ল, মানে, এই গীতটোত থকা এয়া হুবহু অসমীয়া ছোৱালীৰ অলংকাৰৰ বৰ্ণনা নহয় জানো ?

বন্ধু—জকল জকল।

বৃন্দা—এনে স্থলত, মানে, কালিদাসক অসমীয়া বুলি ভাবিবৰ বেছ স্থল আছেতো।

বন্ধু—নিশ্চয় আছে, মানে, আছেই। জকল আছে। অৰ্থাৎ স্বাধীন দেশৰ কবিৰ মনত স্বাধীন চিন্তা হবই। ই, একেবাৰে স্বাভাৱিক কথা, মানে, দেখ দেখ কথা, অৰ্থাৎ জ্বলজ্বল্ পট্‌পট্ কথা। আমাৰ কম্‌ৰেডৰ অনুমান সাৰ্থক হৈছে দেই, জকল সাৰ্থক হৈছে, জকল জকল।

বৃন্দা—শুনা, কম্‌ৰেড্ আৰু এটা কথা ; আমাৰ অসমীয়া কবি নাট্যকাৰ অতুল চন্দ্ৰ হাজৰিকায়ো কালিদাসৰ শকুন্তলা নাটখনৰ যিখন অসমীয়া ভাঙনি উলিয়াইছে, তাত তেওঁৰ বিদূষকজনে কিদৰে বিহুগীত গাই গাই বহুৱালি কৰিছে জানা ?

বন্ধু— শকুন্তলা নাটকতো বিহুগীত ?

বৃন্দা—এৰা হে ! শকুন্তলা নাটকতো বিহুগীত।

বন্ধু—তেন্তে সি আৰু সংস্কৃত নাটক হৈ আছেনেহে দেও ! হেঃ !

বৃন্দা—জানো ! শুনা ; বিদূষকে গাইছে—

"ঘৰতো নবহে মন সমনীয়া
বনতো নবহে মন,
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।"

শকুন্তলাৰ কাহিনীত অসমীয়া গোন্ধ নথকা হলে, মানে, এই প্ৰসিদ্ধ অসমীয়া নাট্যকাৰ গৰাকীৰ ভাষাই এইদৰে পাক নলয় নহয়। এই একেখন নাটকতে আকৌ সূত্ৰধাৰৰ লগতে নাচনী এগৰাকী ওলাই বৰগীতো গাইছে, "আৰম্ভ নিদাঘ ধাৰন্ত ধৰণী" ইত্যাদি ইত্যাদি।

বন্ধু—বিহুগীত ওলাল যেতিয়া, বৰগীতো ওলাবইতো। অর্থাৎ থলুৱা সম্পদ; তাক গাব বলেৰে হেঁচা মাৰি লুকাই থববতো সাধ্য নাই কাৰো।

বৃন্দা—কম্‌ৰেড্, এযাৰ কথা, মানে, এটা কথা মন কৰিছানে?

বন্ধু—জকল কৰিছো। এটা কি, মইতো দুটা কথালৈ মন কৰিছো।

বৃন্দা—আৰে! মই কথাষাৰ নৌ কওঁতেই তুমি উত্তৰ দিলাই যে?

বন্ধু—অর্থাৎ তুমি কি ক'বা, মই আগতেই উমানতে ধৰি লৈছো নহয়।

বৃন্দা—হেঃ! সৱৰজ্ঞান! কম্‌ৰেডক তেনে আজিৰপৰা সৱৰজ্ঞানকে বুলিম? হব?

বন্ধু—যথা ইচ্ছা, মানে, মইনো আক কম্‌ৰেডৰ চিন্তাধাৰাত, আগ ভেটা দিমনে! নিদিওঁ, নিদিওঁ, কদাপি নিদিওঁ। মই অর্থাৎ এতিয়া এই দুটা কথালৈকে মন কৰিছো দেই; এই নাচনী আক সূত্ৰধাৰ একেলগে ওলাল যে, সেই কথা- যাৰলৈহে।

বৃন্দা—মূঠৰ ওপৰত, মানে, নাট্যকাৰ হাজৰিকাৰ শকুন্তলাৰ কাহিনী ভাগ আপোনাআপুনি চোন অসমীয়াৰ ঘৰৰ পিনে খোজ লৈছেহে, মন কৰিছা?

বন্ধু—ওঁ, জকল জকল।

বৃন্দা—বাক বাদ দিয়া এতিয়া সেইকথা। ওচৰতে সো গাওঁৰ চুবুৰিটো যে আছে; দেখিছা নহয়?

বন্ধু—ওঁ দেখিছো।

বৃন্দা—তাৰ বাসিন্দাইতে নিজক ক'ৰ মানুহ বুলি কয় জানা?

বন্ধু—নেজানো [ গৌৰীদাসৰ প্ৰৱেশ ]।

বৃন্দা—অ' নাম লওঁতেই মোৰ বহুদিনৰ চিনাকি মানুহজন ওলালহিয়েই, বেছ।

গৌৰীদাস—নমস্কাৰ হাতীবৰুৱা।

বৃন্দা—নমস্কাৰ। আপোনাৰ নাম লৈছিলো হে মুঠেই এই মাত্ৰ, এনেতে ওলালহিয়েই। বহুদিন জীৱ দেই, বহুদিন জীৱ আপুনি।

গৌৰী—আপোনাক মই সৌখিনিৰ পৰাই লক্ষ্য কৰিছো নহয়, সেয়েহে বোলো যাওঁচোন।

বৃন্দা—ইয়াকে বোলে মানে, মনৰ মিলন।

গৌৰী—আপুনি যোৱা বছৰ শিৱৰাত্ৰি উৎসৱতেই যি এবাৰ মাথোন আমাৰ ইয়ালৈ আহিছিল; এইবাৰোতো অহাৰ কথা আছিল। কিন্তু কালি উৎসৱ হৈ গ'ল; নাহিলতো?

বৃন্দা—এৰা, কালি অহা নহ'ল। সময়কে উলিয়াব নোৱাৰিলো বুজিছে। সেয়েহে বোলো আজিয়েই যাওঁচোন।

গৌৰী—বাৰু হওক, কোনো কথা নাই, অতিথি বুলিলেই সাক্ষাৎ দামোদৰ। ব'লক তেন্তে আমাৰ সেইপিনে।

বৃন্দা—নিশ্চয় যাম। বাৰু সিবাৰ যে, মানে, কথা এষাৰ কোৱা-মেলা, কৰিছিলো আমি দুজনে, মনত আছে হবলা আপোনাৰ?

গৌৰী—কিহৰ কথা বুলিছে বা?

বৃন্দা—মানে, আপুনি যোৱা বছৰ মোক যে কৈছিল, আপোনালোক কালিদাসৰ বংশজ বুলি, সেই সম্বন্ধে বিশেষ কিবা তথ্যপাতি পোৱা যায় নেকি, তাৰে খা-খবৰ লওঁ বুলি আহিলো।

গৌৰী— ও! বৰ ভাল কথা। আমাৰেই সৌভাগ্য যে, আপোনাৰ নিচিনা এনে এজন ডাঙৰ মানুহে আমাৰ পূৰ্ব পুৰুষৰ সন্ধান বিচাৰি বিচাৰি এইখিনি পাইছেহি। [ তেওঁৰ বন্ধুক দেখি ] এখেত বা কোন?

বৃন্দা—এখেত মোৰ বন্ধু [গৌৰীদাস আৰু বন্ধু দুয়ো দুয়োকে পৰস্পৰ প্ৰণাম জনায়]। বুজিছে মিঃ দাস, মহাকবি কালিদাসৰ সন্ধান বিচাৰি বিচাৰি আজি প্ৰায় দুবছৰ মানেই হ'ল, মই সমগ্ৰ অসম ভ্ৰমণ কৰিছো; জানে? সমগ্ৰ অসম।

গৌৰী—কেৱল এই সন্ধানৰ বাবেই চাৰা অসম ভ্ৰমণ কৰিছে আপুনি!

বৃন্দা—এৰা, কেৱল এই একেটা সন্ধান লৈয়েই চাৰা অসম।

গৌৰী—উঃ! ইও কম কথা নহয়তো। কিবা জৰুৰত আছে? কিবা বিশেষ উদ্দেশ্য আছে?

বন্ধু—জৰুৰ, জৰুৰ। মানে, তেখেতে কিবা ৰিচাৰ্চ কৰিছে, বুজিছে? ৰিচাৰ্চ, কিবা ৰিচাৰ্চ।

গৌৰী—তাৰ মানে?

বন্ধু—তাৰ মানে, অৰ্থাৎ ৰিচাৰ্চ মানে গৱেষণা।

গৌৰী—উদ্দেশ্য?

বন্ধু—মানে, নতুন তথ্য বাহিৰ কৰা, নতুন কথা প্ৰচাৰ কৰা।

গৌৰী—[একো বুজি নোপোৱা যেন ভাব দেখুৱায়] কি!

বন্ধু—ইয়াৰ নাম গৱেষণা, গৱেষণা।

গৌৰী—গৱেষণা—গৱেষণা—গৱেষণা! আচ্চা, ইয়াৰ পৰা কি কাম আছে?

বন্ধু—মানে, নতুন কথা কিবা উলিয়াব পাৰিলে খুব নাম হৰ।

গৌৰী—মুনাফা হব?

বন্ধু—মুনাফা, মানে ধৰক, যশ, গৌৰৱ, সম্ভাষণ, অভিনন্দন, সভা, সমিতি ইত্যাদি ইত্যাদি ইত্যাদি; আৰু কি আছে! আৰু—

গৌৰী—আৰু?

বন্ধু—আৰু চাহ-জলপান আছে, খানা-পিনা আছে।

বৃন্দা—কম্‌ৰেড্‌, কথা আৰু নাছিল নহয় ?

বন্ধু—মিছা কথা কৈছো নে কিবা।

[ এনেতে নেপথ্যত দূৰৈত হুইচেল বজোৱা শব্দ শুনা গ'ল আৰু বন্ধুৱে সেইপিনে লক্ষ্য কৰি কব ধৰিলে ]

বন্ধু—সেয়া পিক্‌নিক্‌ খাবৰ সময় হ'ল। হুইচেল পৰাৰ লগে লগে গৈ উপস্থিত হব নোৱাৰিলে, ভাগ হেৰাবহে বন্ধু ; ব'লা ব'লা, মই হলে আহিলো দেই।

[ বন্ধুৰ প্ৰস্থান ]

বৃন্দা—বুজিছে মিষ্টাৰ দাস [ গৌৰীদাসৰ প্ৰতি ]. মানে, মহাকবি কালিদাসৰ সন্ধান বিচাৰি সমগ্ৰ অসম ভ্ৰমণ কৰিছো। কিন্তু কিয়, জানে ?

গৌৰী—[ মূৰ খজুৱাই ] আমি তাকেইতো চিন্তা কৰিছো, কিয় ইমান ভ্ৰমণ কৰিছে আপুনি।

বৃন্দা—বেছ, বৰ ভাল কথা, মোৰ চিন্তাৰ লগতে আপোনাসবেও চিন্তা কৰক মিঃ দাস।

গৌৰী—কি কৰিব লাগিব আমি অনুগ্ৰহ কৰি জনালেই হয়।

বৃন্দা—মোৰ যিমান দূৰ বিশ্বাস, মানে, কালিদাস এই অঞ্চলৰ মানুহেই হব। গতিকে, আপুনি এই বিষয়ে যি জানে মোক অনুগ্ৰহ কৰি কব লাগিব, দেখুৱাব লাগিব, এয়ে। আৰু আজিতো শিৱ-চতুৰ্দশীৰ পাছ দিন। যোৱা বেলি আপুনি মোক কৈছিল যে এই সময়তে কালিদাসৰ তিথি-মহোৎসৱ। আছেনে মনত ?

গৌৰী—হয় হয়, আছে মনত ; কিন্তু এই উৎসৱ কালিতো হৈ গ'ল।

বৃন্দা—কালি হৈ গ'ল।

গৌৰী—হঁা ; কালি হৈ গ'ল, কালি।

বৃন্দা—অঃ ! আমাৰ দুৰ্ভাগ্য যে, একেবাৰে পাহৰি গ'লো কালিৰ দিনটোৰ কথা। যাক, উৎসৱ খুব ধুমধাম হৈছিল বোধহয় ?

গৌৰী—হঁা, একৰকম হৈ গৈছে। কিন্তু জানেইতো আজিকালিৰ দিন তো খুব খাৰাপ্ আছে। জিনিচৰ ইমান দাম! কি উৎসৱ কৰিব! কি মানুহ মাতিব! কি খুৱাব! কি গান বাজানা কৰাব! সব কথাইতো দিগদাৰী তবু হৈ গৈছে কোনো ৰকম। কিন্তু বৰ দিগদাৰী হৈ গৈছে।

বৃন্দা—বেছ বেছ বেছ। কোনো ৰকম হৈ গৈছে যে এয়েই ভাল। আজিৰ দিন তো মানে, একেবাৰে নাভূৎ নাশ্রুত, মহাজন ডাঙৰীয়া। বস্তুৰ এই ৰকম দাম আমি জীৱনত দেখা নাই, শুনা নাই। আমি তাহানিখন চাউল বজাৰত কিনিছিলো, এক সেৰত আঠ আনা; আজি তাৰ দাম হ'ল তিনিটকা। চেনি কিনিছিলো এক্সৰ ছঅনা; আজি তাৰ দাম ছয়টকা। এইবোৰ কথা একেবাৰে সপোন সপোন যেন লাগিছে।

গৌৰী—ঠিক কথা। কিন্তু কি কৰিব! উপায় নাই।

[ বন্ধুৰ পুনৰ প্ৰৱেশ ]

বৃন্দা—বাক মহাজন ডাঙৰীয়া, বেয়া নাপায় যদি এটা কথা সুধিব পাৰোনে?

গৌৰী—জকল পাৰে।

বৃন্দা—আপোনালোক বাক আদিম কোন ঠাইৰ মানুহ?

গৌৰী—আমিতো অসমৰেই মানুহ।

বৃন্দা—অসমৰ? মই সুধিছো 'আদিম', মানে, আপোনালোকৰ পূৰ্ব বংশ কোন ঠাইৰ মানুহ।

গৌৰী—অ সেইটো কথা? মানে, পহিলা কোন ঠাইত আমাৰ বংশৰ মানুহসব আছিল, কোন ঠাইত জন্ম হৈছিল, সেইটো কথা?

বৃন্দা—ওঁ, সেইটো কথা।

গৌৰী—আমাৰ একেবাৰে পূৰ্ব পুৰুষৰ লোক কিজানি ৰাজপুতনা দিকৰ হব পাৰে।

বৃন্দা—কোনো ঠিক নাই ?

গৌৰী—সিমান ঠিক কৰি কব নোৱাৰি। তবে ৰাজপুতনা, মেৱাৰ, দক্ষিণ ভাৰত, এইসব জাগাৰেই হব। লেকিন আমাৰ বাপা, আত্তা, বাবাৰ বাবা, কাকা—এই সবতো অসমতেই আছিল। অসমতেই আমাৰ জমী-জুমা বহুত আছে, ব্যৱসায় বাণিজ্য বহুত আছে, সব কিছুই আছে। আচ্ছা, আপোনালোক আদিম ক'ৰ মানুহ ?

বৃন্দা—আমাৰ পূৰ্বপুৰুষৰতো ঠিক নাই, মানে, ঠিক কোন ঠাইৰ মানুহ ভালদৰে জনা নাযায়।

গৌৰী—সেয়েতো কথা।

বৃন্দা—বোধহয় কনৌজ, মিথিলা আদি ঠাইৰ হব। অৰ্থাৎ মানে, দক্ষিণ-পশ্চিম ভাৰতৰেই হব ?

বন্ধু—জকল, জকল। প্ৰকৃত অসমীয়া বুলিবলৈ আজি আমাৰ কোনো নাই, আদিম অসমীয়া বুলিবলৈও কোনো নাই। নগা, খাচিয়া, মিজো এই সকলোবোৰ পৃথক পৃথক হৈ গ'ল, সুকীয়া সুকীয়া ৰাজ্য পাতি অসমৰ পৰা বিচ্ছিন্ন হৈ পৰিল।

বৃন্দা—সেয়েতো।

গৌৰী—গতিকে, এতিয়া আমি অসমীয়া, পশ্চিমীয়া সব লোক ভাই ভাই।

বন্ধু—জকল, জকল ; মানে, আমি সবেই ভাই ভাই, ভাই ভাই।
[ সুৰধৰি কেবাৰাবো গায় ] আমি সব ভাই ভাই।
ভেদাভেদ একো নাই ॥
[ হাতেৰে তাল দি দুবাৰ-তিনিবাৰ গায় ]

বৃন্দা—আচ্ছা মহাজন, আপোনালোকৰ পুৰুষনামা আছে ?

গৌৰী—মানে ?

বৃন্দা—মানে বংশাৱলী।

গৌৰী—মানে, আমাৰ গোষ্ঠীৰ ইতিহাস ?

বৃন্দা—হয়, হয় আচ্ছা, আপোনালোকৰ পূৰ্ব পুৰুষ কোন ঠাইৰ মানুহ ?

গৌৰী—ওঃ ! বহুত দূৰৰ, বুজিছে, বহুত দূৰৰ—উজ্জয়িনী, ৰাজপুতনা, মেৱাৰ এই সব জাগাৰ।

বৃন্দা—ঠিক তেনেকুৱা'ই হব। সংস্কৃত পুথিবোৰত উজ্জয়িনী নামৰ উল্লেখ বহুত আছে, মানে, কালিদাসৰ গ্ৰন্থবোৰতো আছে। বাক, আপোনালোকৰ পূৰ্ব পুৰুষৰ নাম কেইটামান অনুগ্ৰহ কৰি মোক কবচোন, মই লিখি লওঁ।

গৌৰী—আমাৰ বংশাবলী তো খুব লম্বা আছে। একটাতো আমি সকতে দেখা পাইছিলো। কমচে কম তিনি মিটাৰ লম্বা হব। তাতে আমাৰ পূৰ্বপুৰুষৰ সব নাম লিখা আছে।

বৃন্দা—ক্ৰম অনুসৰি লিখা আছে ?

গৌৰী—মানে ?

বৃন্দা—কোন জন আগৰ, কোন জন পাছৰ।

গৌৰী—ওঁ। সেইৰকমেই আছে।

বৃন্দা—আচ্ছা, তাত কালিদাস নামৰ কোনোবা মানুহ আছে ?

•গৌৰী—হাঁ, [ চিন্তা কৰা যেন দেখুৱাই ] আছে, আছে, খুব আছে।

বৃন্দা— তেওঁ কিমান দিন আগৰ হব ?

গৌৰী— কালিদাস ! আঃ ! বহুদিন বহুদিন আগৰ। আমিতো দেখা নাই। আমাৰ বাবাই অল্পশ্চে দেখা পাইছিল বুলি হুনিছো।

বৃন্দা— হেঃ, কিনো কয়হে মহাজন ?

গৌৰী— ঠিকেই কৈছো। আমাৰ বাবাৰ মুখে হুনিছো তেওঁৰ বিষয়ে বহুতো কথা।

বৃন্দা— যেনে ?

গৌৰী— যেনে—যেনে—যেনে—

বৃন্দা— তেওঁ কি সাহিত্যিক আছিল ?

গৌৰী— হঁা। সাহিত্যিক আছিলতো মস্তবৰ সাহিত্যিক।

বৃন্দা— কি কি কিতাপ লিখিছিল ?

গৌৰী— কিতাব ? কিতাবতো বহুত লিখিছিল। আমাৰ দোকানত গ'লেই দেখিব। বহুত কিতাব-বহুত-বহুত কিতাব বহুত।

বৃন্দা— বাৰু, ব'লকচোন তেন্তে আপোনালোকৰ দোকানলৈকে যাওঁ

গৌৰী— আচ্ছা ব লক (দুয়োৰে প্ৰস্থান)।

## ৩য় দৃশ্য

(গণেশগুৰিৰ ৰাজ-আলিবাটৰ দাঁতি)

গৌৰী— এয়ে আমাৰ দোকান। হো দুই মহলা ঘৰটোৰ পিনে চাই পঠিওক (বৃন্দাবনে চাব ধৰিলে)। কি দেখিছে ? দেখিছে কিতাবচব ?

বৃন্দা— আও ইমানবোৰ কিতাপ! একেজন কবি কালিদাসেই লিখা ?

গৌৰী— হঁা। হিয়েই লিখা। আৰু কিছুমান আছিল – কিন্তু –।

বৃন্দা— আৰু আছিল ?

গৌৰী— হঁা, আৰু আছিল, বহুত আছিল।

বৃন্দা— দুই এখন চাব পৰা যায় ?

গৌৰী— হঁা, চাব পৰে, চাব পাৰে (চাৰি পাঁচখনমান ৰঙা জিলজলগোৰা দীঘল দীঘল মহাজনৰ হিচাপ লিখা খাতা আনি দিলেহি আৰু বৃন্দাবনে বৰ আগ্ৰহেৰে চাব ধৰিলে)।

বৃন্দা— (কিছুপৰ চাই বিৰক্ত হৈ হাঁহিব ধৰে) হেৰি মহাজন, এইবোৰচোন মানে, দোকানৰ কিবা হিচাপৰ খাতা বহীহে! এয়া লিখা আছে—ৰহৰ ডাইল এশ কুইণ্টল, মিঠাতেল এক-হাজাৰ টিন, চেনি আশী কুইণ্টল, আলু 'নাইনিতাল' এশ বস্তা, আলু (চিলং) পঞ্চাশ বস্তা ইত্যাদি ইত্যাদি ইত্যাদি।

( বিৰক্তি-ভাব দেখুৱাই ) আপোনালোকেই চাই থাকক এইবোৰ। ( দলি মাৰি দিলে ) বাক মহাজন, আপুনি তেওঁৰ বিষয়ে আৰু কিবা জানে ? কিবা শুনিছিল ? মানে, পূৰ্বপুৰুষ স্বৰূপে ?

গৌৰী— হঁা হঁা বহুত কথাকেই শুনিছো, বহুত কথাইতো আমাৰ জানা আছে।

বৃন্দা— শুই চাবিটা ক'বনে অনুগ্ৰহ কৰি ?

গৌৰী— আচ্চা শুনক। তেওঁ দেখাত খুব হৃষ্ট-পুষ্ট, বলিষ্ঠ অৰ্থাৎ মোটা আছিল ; খুব ভাল ভাষণ দিব পাৰিছিল ।

বৃন্দা— খুব ভাল ভাষণ দিব পাৰিছিল ? কিবা নমুনা আছে ? প্ৰমাণ আছে ?

গৌৰী— হঁা আছে ; বহুত নমুনা আছে, প্ৰমাণ আছে। প্ৰতি বছৰ আমাৰ ইয়াত যেতিয়া ৰাম-লীলা হয়, তেওঁতো তাত খুব সুন্দৰ সুন্দৰ নাচ আৰু অভিনয় কৰিছিল। মজাৰ কথা কৈছিল।

বৃন্দা— হয় ? কি কি ভাওত অভিনয় কৰিছিল বাৰু ?

গৌৰী— খুব ৰব ৰব ভাওসৰ অভিনয় কৰিছিল, যেনে, ৰবক, মেঘনাদ, কুম্ভকৰ্ণ, ভক্ত হনুমান ইত্যাদি ইত্যাদি। শুনা যায়, একবাৰ মেঘনাদৰ ভাও কৰোতে, তেওঁ মেঘৰ আঁৰৰপৰা যি ৰকম তৰ্জন-গৰ্জন কৰিছিল, দেখি সব দৰ্শক চক্‌খাই উঠিছিল, হক হক ল'ৰা-ছোৱালীবোৰে ভয়ত কম্পমান হৈ খুব চিঞৰ বাখৰ লগালে, কান্দাকটা কৰিব ধৰিলে ; গোটেই মণ্ডপত হুলস্থূল লাগি পৰিল, হাহাকাৰ হৰিধ্বনিৰ ৰোল উঠিল। চোক্ৰা-চুক্ৰীবোৰৰ যি হে গণ্ডগোল !

বৃন্দা— হয় ? ব'ৰ ব'ৰ, মই কথাবোৰ টুকি লওঁ ( হাঁহি হাঁহি বহীত লিখিব ধৰিছে )। পিছে, পিছে ? ভাৰ পাইছ ? মানে, তেওঁৰ ঘৰ-সংসাৰৰ বিষয়ে বিশেষ জানিবলগীয়া কিবা আছে ? মানে, তেওঁৰ বিয়াবাৰু হৈছিল ?

গৌৰী— হঁা, চাদি হৈছিলতো। খুব হৈছিল।

বৃন্দা— সন্তি-সন্ততি ?

গৌৰী —হঁা, হৈছিলতো। খুব হৈছিল। কিন্তু সেই সবতো বহুত দুখৰ কথা আছে। কি বলিব! কি শুনিব !! (হুমুনিয়া চাবে)

বৃন্দা— আচ্চা তেওঁ জীয়াই আছিল কিমান দিন ? কিমান বছৰ ?

গৌৰী— তাকেইতো কৈছো, বোলো হেইটো বৰ দুখৰ কথা আছে। তেওঁতো খুব কম বয়সতে মাৰা গেল বুলি শুনিছো।

বৃন্দা— হয় ?

গৌৰী— কিজানি পঞ্চাশ বছৰ বয়স হ'ল কি নহলেই। হেই যে মানুহে কয় আসামেৰ বৰ ডাঙৰ ভূমিকম্প একটাৰ কথা।

বৃন্দা— ওঁ; বৰভূইকঁপ ? তেতিয়া আসাম চাহাবে দখল কৰিছিল।

গৌৰী— হয় হয়, চাহাব চাহাব। মষ্ট বৰ ভূইকঁপ, বৰভূইকঁপ বুলি কয়। হেই হময়ত এই জাগাত বহুত চাহাব আছিল; বহুত; চব জাগাতেই চাহাবতো। অসমীয়া মানুহৰ একবাৰ ডাঙৰ বেমাৰ হৈছিল; কলেৰা বেমাৰ, বুজিছে কলেৰা, কলেৰা।

বৃন্দা— কলেৰা! ও! কলেৰা !! মানে বৰ সাংঘাতিক, বৰ সংক্ৰামক বেমাৰ! আচ্চা, তাৰ পাছত ?

গৌৰী— তাৰ পাছত, কলেৰাত পৰি দৈনিক হাজাৰ হাজাৰ মানুহ দিন দিন মৰিব ধৰিলে। ডাক্তৰ, কবিৰাজ কত ৰকমৰ চিকিৎসক আহিল, গ'ল, চিকিৎসা কৰিলে; কিন্তু নাই, মানুহ নাবাচে, নাবাচে বহুত মৰিল, বহুত মৰিল। আৰু শেষত আমাৰ কালিদাস, আমাৰতো বাবাৰ বাবা কালিদাস, তেওঁবো কলেৰা হ'ল।

বৃন্দা— আপোনালোকৰ বাবাৰ বাবা, মানে, কালিদাসৰো ককা হ'ল ?

গৌৰী— হয়, হয় ; শুনিছো, একদিনৰ ভিতৰতে তেওঁৰ বেমাৰটো খুব সাংঘাতিক হৈ উঠিল ; বমি, পাইখানা ; বমি, পাইখানা ; ঘণ্টাত কিজানি একশ বাৰ, হাজাৰ বাৰ বমি, পাইখানা।

বৃন্দা— হয় ? ব'ব, ব'ব, অলপ লাহে লাহে কৈ থাওক, মই লিখি লওঁ ব'ব। তাৰ পাছত ? চিকিৎসা নাই ? মানে, ঔষধ নাই ?

গৌৰী— চিকিৎসা বোলে হৈছিল। কবিৰাজী চিকিৎসা। সেই সময়ত অসমতো ডাক্তৰী চিকিৎসা বেছি নাই। লেকিন্ গুৱাহাটীতে একজন বোলে মিছনাৰী ডাক্তৰ আছিল।

বৃন্দা— মিছনাৰী ডাক্তৰ ? হয় ?

গৌৰী— হয় ; মিছনাৰী ডাক্তৰ ; খুব ডাঙৰ ডাক্তৰ, বুজিছে, খুব ডাঙৰ, অৰ্থাৎ খুব মন্টৰৰ বিখ্যাত ডাক্তৰ।

বৃন্দা— মানে, ইয়াতে আছিল ?

গৌৰী— ঠিক ইয়াতে নহয়, ইয়াৰপৰা পাঁচ-ছয় মাইল দূৰত ; হো গুৱাহাটীত আছিল। বাবা ব্ৰহ্মপুত্ৰ নদীৰ পাৰত।

বৃন্দা— পাছে ? পাছে ?

গৌৰী— পাছে, আমাৰ ককাদেউতা গুৱাহাটীত গ'ল। খোজ কাঢ়ি খোজ কাঢ়ি গ'ল। তেতিয়াতো আজিৰ দৰে মটৰ গাড়ী নাই, চিটিবাছ নাই, বিকৃচা নাই ; যানবাহন একো নাই।

বৃন্দা— ওঁ। পাছে ? পাছে ? তাৰ পাছত ?

গৌৰী— যাওঁতে যাওঁতেইতো লাগিল বহুত সময়। বহুত দেৰি হ'ল যদিও ডাক্তৰ একটা আছিল অৱশ্যে, মিছনাৰী ডাক্তৰ। দেখাত বোলে মানুহটো খুব হকত আৰত। তাৰো আহোঁতে বহুত সময় লাগিল। মটৰ নাই। ঘোঁৰা একটাত উঠিয়েই আহিল কোনোৰকম। তেওঁ আহি দেখে ৰোগীৰ অৱস্থা একদম খাৰাব ! একদম খাৰাব !

বৃন্দা – আমাৰ সেই কবি কালিদাসৰ কথা কৈছেতো ?

গৌৰী— হঁা হঁা, হেই কালিদাসৰেইতো কথা এইটো। কালিদাসৰ কলেৰা একদম সাংঘাতিক কলেৰা হৈ গৈছে ; মানুহটো একদম লাওয়েজান হৈ পৰিছে। খায়া-পিনা নাই, মাত-বোল নাই, একদম বেহুঁচ। হেই সময়তেই কোনো-ৰকম আহি গ'ল হেই মিছনাৰী ডাক্তৰ।

বৃন্দা— বেছ, চিকিৎসা কৰিলে মিছনেৰী ডাক্তৰে ?

গৌৰী— চিকিৎসাতো কৰিলেই। কিন্তু কি চিকিৎসা কৰিলে জানে ? তেতিয়া কলেৰাৰ নতুন ইনজেকছন্ ওলাইছে মাত্র। ডাক্তৰে কালিদাসক, আহিয়েই অৱস্থা দেখি, একটা ইনজেকছন্ দি দিলে ; মষ্টবৰ ইনজেক্ছন্। পাঁচ-দহ মিনিটৰ পাছত আবাৰ একটা ইনজেকছন্ দিলে ; মষ্টবৰ ইনজেক্ছন্।

বৃন্দা— তাৰ মানে ডবল ইনজেকছন্ দিলে ?

গৌৰী— হঁা। ডবল ইনজেকছন্ দিলে, একদম ডবল।

বৃন্দা – বেমাৰ যিৰকম সাংঘাতিক, যিৰকম ডবল, ইনজেকছনো হ'ল সেইৰকম সাংঘাতিক, সেইৰকম ডবল। তাৰ পাছত ?

গৌৰী— তাৰ পাছত, আৰু কি ? প্ৰথমটো ইনজেকছন্ দিয়াৰ পাছত কিছুসময় বোলে তেওঁ ছট্‌ফট্‌ ছট্‌ফট্‌ ঘট্‌মট্‌ ঘট্‌মট্‌ কৰিব ধৰিলে ; তাৰ পাছত, তেওঁৰ সেই সাহিত্য সব চাব বিচাৰিলে ?

বৃন্দা— সেই খাতা সব ? মানে হিচাবৰ খাতা সব ?

গৌৰী— হয় হয় হয়। খাতা, খাতা। সেই সব বো:ল চালে ; কিন্তু ভালকৈ একো কব নোৱাৰিলে, আকাৰে ইংগিতেৰেহে কিবা ক'লে। কিন্তু আবাৰ বৰ বেয়া ৰকমে ছট্‌ফট্‌ ছট্‌ফট্‌ ঘট্‌মট্‌ ঘট্‌মট্‌ কৰা দেখি, আবাৰ একটা ইনজেকছন্ দিলে। আৰু এই দ্বিতীয়টো ইনজেকছন্ দিয়াৰ লগে লগেই

মানুষটো একদম বেহুচ হৈ মাটিত পৰি গ'ল, মাৰা গ'ল। সেই কালিদাসতো মাৰা গ'ল। একদম মাৰা গ'ল।

বৃন্দা – (মূৰে-কপালে হাত দি) আ-হা-হা! ইন্জেকছনেই কালিদাসক মাৰিলে! ডাক্তৰৰ ডবল ইন্জেকছন্! আ-হা-হা-হা! মিছনাৰী ডাক্তৰৰ ডবল ইন্জেকছন্!! আ-হা-হা-হা!!

গৌৰী-- ওঃ ওঃ ওঃ! ডবল ইন্জেকছনেই কালিদাসক মাৰিলে! ওঃ! ডবল ইন্জেকছনেই কালিদাসক মাৰিলে!! ওঃ ওঃ ওঃ !!!

[ যৱনিকা ]

# (৩) ভগৱান ক'ত !

**চৰিত্ৰ-সমূহ—**

ৰূপেশ্বৰ—বাইঁৰবীয়া গাঁৱৰ ডেকা স্কুল মাষ্টৰ; ধৰ্মনিষ্ঠ ব্যক্তি।

ধনেশ্বৰ- ৰূপেশ্বৰৰ পিতাক (আদহীয়া)।

যজ্ঞধৰ—বাইঁৰবীয়া গাওঁনিবাসী, বিধান সভাৰ সদস্য, ব্যৱসায়ী, ঠগ, প্ৰবঞ্চক

পোনা—ৰূপেশ্বৰৰ পুতেক (দহ-বাৰ বছৰীয়া)।

ৰংদৈ—ৰূপেশ্বৰৰ গাভৰু পত্নী, সতী সাধ্বী, ভক্তি-পৰায়ণা নাৰী।

## ১ম দৃশ্য

[ৰূপেশ্বৰৰ ঘৰ; ঘৰটোৰ ছুটা কোঠা; ৰূপেশ্বৰে নেপথ্যত সুৰ ধৰি ঘোষা পাঠ কৰিছে—

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত-মস্তক-মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি॥"

ঘোষাপাঠৰ অন্তত তাল বজায় আৰু শেষত কিছুপৰ 'কৃষ্ণ কৃষ্ণ, হৰি হৰি, ৰাম ৰাম' আদি কৰি ভগৱানৰ নাম মাতি থাকে। এনেতে ৰংদৈৰ প্ৰৱেশ]।

ৰংদৈ— হেৰ' পোনা, পোনা, কেনি গলি ঐ! ভাত চেঁচা হৈ গ'ল। পিতাৰ গোসাঁই ঘৰৰপৰা নোলোৱাই হ'ল দেখোন! চাচোন, মাত।

পোনা— (প্ৰৱেশ) পিতাই সৌৱা থাপনাৰ আগত বহিয়েই আছে। কিবাকিবি গুণ্‌গুণাই গোসাঁই সেৱা কৰিয়েই আছে। মই কতবাৰ ক'লো ভাত চেঁচা হ'ল বুলি, নেমাতেই নহয়।

বংদৈ— হয়নে ?

পোনা— সৌৱা চাচোন।

বংদৈ— ( নেপথ্যৰ পিনে চাই ) মিছা নহয়তো। তেন্তে পোনা, তইঁতেই আহ। ভাত খাই যাহি। ককাদেউতাৰকো মাত। ৰাতিপুৱাৰেপৰা বেলি ভাটী দিয়ালৈকে ভাতসালৰ লেঠাই মৰি মাছে, চকটোকে এৰিব নোৱাৰো। কোনো পিনে চোৱা-চিতা কৰিবৰ আজৰি নাই। এঃ! ককাদেউতাৰক মাতিলি নে ?

পোনা— ( চিঞঁৰি ) অ ককাদেউতা, ককাদেউতা।

ধনেশ্বৰ—( ভিতৰৰ পৰা ) কি ও পোনা ?

পোনা— ভাত খাবৰ হ'ল, আয়ে মাতিছে।

ধনেশ্বৰ - গৈছো বাক ৰ। ( ধনেশ্বৰৰ প্ৰৱেশ )। পিছে, পিতাৰ ক'তা ?

পোনা— সিজন গোসাঁই ঘৰৰপৰা ওলোৱাই নাই নহয়।

ধনেশ্বৰ- মাত, মাত ; নেমাত কেলৈ ?

পোনা— কতবাৰ মাতিলো। নেমাতেই নহয়।

[ নেপথ্যত পুনৰ ৰূপেশ্বৰৰ মুখত হৰিনাম-কীৰ্ত্তন প্ৰসংগ শুনা যায় ]।

বংদৈ— সেয়া আকৌ লাগিল। আক বা কেতে পৰ কৰে! আপোনালোক বহকগৈ যাওক দেউতা, ভাত খাওকগৈ।

ধনেশ্বৰ—ৰাতিপুৱা আঠ-ন বজাতেই নিতৌ স্কুললৈ বুলি খোজ লয় সি টলো টলৌকৈ। এই চাৰি-পাঁচ মাইলকৈ ৰাস্তা — ৰ'দে, বৰষুণে ; জহে, জাৰে ; কাহানিও স্কুল খতি নকৰে সি এদিনলৈকেও ; হাজাৰ গা মুখ বেয়া হওক ; হাজাৰ অসুখ অশান্তি হওক। সিবাৰ এশ দুই ডিগ্ৰী জ্বৰ। ডাক্তৰে কিমান ক'লে, বোলে সম্পূৰ্ণ "ৰেষ্ট" লব লাগে। পিছে উঁ! সিজনে শুনিলেহে! স্কুল বুলিবহে লাগে

সিজনৰ জাৰজহ এ:কো নাই। ল'ৰা-ছোৱালী এবাহঁৰ লগত এইদৰে ওৰে জীৱনটো কটাই বেচাৰাৰ চুলি পকিল, গাল-মুখ শুকাই টোটোৰা পৰিল, চকু গাঁতত সোমালগৈ। অকালতে বুঢ়া হ'ল দেহি !!

বংদৈ— দেউতা, ভাত বাঢ়িছো, আহক। পোনা, আহ। (তিনিও ওচৰৰ কোঠাত সোমাল। ধনেশ্বৰ আৰু পোনা খাব বহে। মাকে খোৱা বস্তু দিব ধৰে)।

পোনা— আই, মোক হলে আজি ভজা মাছ ছুটুকুৰা দিব লাগিব দেই, ছুটুকুৰা।

বংদৈ— তোমাক অকলে ছুটুকুৰা দিলে, দেউতাৰহঁতলৈ পিছে ? আমালৈ ?

পোনা— অথনি তই মোক দিম বুলি কোৱা নাছিলি ? মই চোতালৰ সো সিমুৰৰপৰা চলি খৰিবোৰ আনি দিছিলো যে ; নহলে আজি ভাত বান্ধিলিহেঁতেন বেছকৈ। যিহে কেঁচা খৰি !

বংদৈ— অ ! চলি খৰি অনাৰ বাবেই তোমাক এতিয়া ছুটুকুৰা ভজা মাছ লগা হ'ল নে ? এঃ ! বৰ কামটো কৰিলে দেই মোৰ বোপায়ে। এওঁক এতিয়া মই ছুটুকুৰা ভজা মাছ দিব লগা হ'ল দেহি ! পিছে, মই যে মাছ বাছিছোঁ; ধুইছোঁ, বান্ধিছো, বাঢ়িছোঁ। মোৰ ভাগত কেইটুকুৰা হব ?

পোনা— সেইবোৰ মই নেজানো, মোক লাগিবই ছুটুকুৰা মাছ।

বংদৈ— ওঁ। বোপায়ে মোক হোলোঙা মাৰিবে একে কোবেই নি সৰগত তুলি থব নহয় !! নিদিলে হবনে ছুটুকুৰা মাছ এওঁক ! হেঃ !!

পোনা— তেন্তে ব, চলি খৰি সোপাকে নি আকৌ চোতালত থৈ আহোঁগৈ (উঠি নিব খোজে)।

বংদৈ— হে হে হে ! কি কব !! কি কব !!! বৰমুণ দিছে, দেখা নাই ? তিতি নেযাব খৰি সোপা ?

ধনেশ্বৰ—পোনা, এয়া লোঁৱা, ময়ে এটুকুৰা দিলো। মাৰাইটো এটুকুৰা দিছেই! অ! তথাপি মনটো খুচি হোৱা নাই। বাক, আকৌ এটুকুৰা দিলো দেই। এইবাৰ? এইবাৰ গণি চোৱা কেইটুকুৰা হ'ল।

পোনা— এক, দুই, তিনি।

ধনে— তিনি টুকুৰা? বেছ! (এটুকুৰা আনি) তিনিৰ এক গ'ল? বিয়োগৰ নেওঁতা পঢ়িছিলা যে? মাতাচোন এবাৰ।

পোনা— (সুৰ ধৰি গায়) একৰ এক গ'ল থাকিল শূন্য; দুইৰ এক গ'ল থাকিল এক; তিনিৰ এক গ'ল থাকিল দুই।

ধনে— হৈছে বাক। ৰ'বা। দুইৰ লগত এক যোগ হ'লে?

পোনা— চাৰি।

ধনে— হুঁঃ। (এটুকুৰা মাছ দি) এয়া চোৱাঁ চাৰি হ'ল নে?

পোনা— তিনি।

ধনে— বেছ, এতিয়া ভাত খোঁৱা। খাবৰ বেলিকা কথা কব নেপায়। ৰূপেশ্বৰ গোসাঁই ঘৰৰপৰা অহা যেন দেখিলো। নাই অহা এতিয়াও?

[নেপথ্যত ৰূপেশ্বৰে পুনৰ সুৰ ধৰি গায়]

"মই দুৰাচাৰ, কেৱলে তোমাৰ, অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি, লৈয়ো দাস কৰি, পশিলো হেৰা শৰণ॥
হে কৃষ্ণ স্বামী, তযু পাৱে আমি কেৱল চৰণ চাওঁ।
কৰা অনুগ্ৰহ, মায়াৰ নিগ্ৰহ, তেবেসে প্ৰভু এৰাওঁ॥"

[ৰূপেশ্বৰৰ প্ৰৱেশ]

ৰূপেশ্বৰ—গোসাঁই ঘৰত সোমালে তহঁতে যোক চিয়ঁৰি নেথাকিবি বুলিছিলো নহয়। তথাপিওচোন সেই একেটা কথাই সুওছিল।

ধনে— পোনা, পিতাৰো আহিল। মাৰক ভাত বাঢ়িবলৈ ক।

সোনা— আই, পিতাই আহিল। তাত বাঢ় ( নেপথ্যত যজ্ঞধনে মাত লগালে—"ব্রাডাৰ, ঘৰত আছানে ?" )।

ৰূপে— ওঃ! সেয়া ব্রাডাৰ নে ?

যজ্ঞ— ওঁ। হয়, মযেই।

ৰূপে— এই ভৰ দুপৰীয়াখন ওলালাহি যে ? আজি কি তোমাৰ দোকান বন্ধ ?

যজ্ঞ— বন্ধ নহয়। আও! মোৰ দোকাননো সতকাই বন্ধ হয়নে। আজিকালি তেও জহন তহন। কিন্তু এনে এটা দিন আছিল, আমাৰ দেউতাইঁতৰ দিনত, যেতিয়া আমাৰ দোকান বুলিলে সি সদায় খোলা থাকিবই লাগিব। সদায়, সদায় খোলা থাকিবই।

ৰূপে পিছে ব্রাডাৰ, কি উদ্দেশ্যেৰে অহা হ'ল বা ?

যজ্ঞ— উদ্দেশ্য এনেকৈ একোটোৱেই নাই, অথচ, অইন পিনেদি নোহোৱাও নহয়। বৰ ডাঙৰেই বুলিবা।

ৰূপে— যেনে ?

যজ্ঞ— ( এবাৰ দুবাৰ কৈ ) নমাটি গাৱঁত তোমালোকৰ মাটি কেইহালিচামান আছিল হবলা ?

ৰূপে— অ সেই নমাটি গাৱঁত ?

যজ্ঞ— ওঁ, নামৰূপ ৰেল ষ্টেচনৰ উত্তৰে।

ৰূপে— ওঁ, হয় হয়, আছে, আছে। ষ্টেছনৰ পৰা প্রায় আধা-মাইল দূৰত যে ?

যজ্ঞ— ওঁ হয় হয়; ঠিক কথা। মিলি গৈছে।

ৰূপে— পিছে এতিয়া হ'ল কি ?

যজ্ঞ— সেই মাটিখিনিৰ খাজনা একেবাহে কেবাবছৰ দিয়া হোৱা নাছিল হবলা ?

ৰূপে— জা—নো; মনত নাইতো। পিতাই ?

ধনে— ওঁ ?

ৰূপে— নামঘৰৰ মাটিখিনিৰ খাজনা দিয়া হোৱা নাই নেকিও কেইবছৰমান ?

ধনে— এঃ ! আজি দিম কালি দিম কৰি থাকোতেই দিন গৈয়ে আছে নহয়। দিয়া নহল তো ; পিছে কি হ'ল এতিয়া ?

যজ্ঞ— মাটিখিনি, শুনিছে, বৰ ভাল মাটি আছিল দেই। পিছে — — — ।

ধনে— পিছে কি হ'ল ?

যজ্ঞ— ক'বলৈকে বেয়া লাগিছে নহয়। মাটিখিনি নিলামত গ'ল যে।

ধনে— নিলামত গ'ল !

ৰূপে— আমাৰ সেই মাটি নিলামত গ'ল ! ল'লে কোনে জানা ?

যজ্ঞ— নিলামত দিয়া বুলি মই কাৰবাৰ মুখত খবৰ পালো, শুনিছা। তোমালোকৰ ঘৰৰ মানুহ কোনোবা আছে নেকি তাকো চালো, শুনিছা। কোনো নাই। পিছে, পিছে— —

ৰূপে— পিছে কি হ'ল ?

যজ্ঞ— পিছে, অইন কোনোবাই ডাকি লয় বুলি—মৱেই ডাকি ললো দিয়া।

ৰূপে— তুমিয়েই ডাকি ল'লা ! বাক, একো বেয়া হোৱা নাই। অইনে লোৱাতকৈ মিত্ৰিৰ কুটুমৰ ভিতৰতে মাটি ডৰা ৰ'ল। একো বেয়া হোৱা নাই।

ধনে— একো বেয়া হোৱা নাই বোপা, একো বেয়া হোৱা নাই। বোলো মানুহক কিবা মাটিয়ে মাত লগাব নে ! মানুহ হে আচল। মানুহক মানুহৰ সং লাগে। টানে আপদে, বিপদে বিঘিনিয়ে, মানুহক মানুহবেইহে সং লাগে।

ৰূপে—এৰা। সেয়েতো প্ৰকৃত কথা।

ধনে— অৱশ্যে এটা কথাহে, ভাবিলে মনত বৰ দুখ আছে। পৈত্ৰিক মাটি বুলিবলৈ আমাৰ বৰ্ত্তমান সেই টুকুৰাহে আছিল নৈ। আমি বোলো নামঘৰৰ মাটি টুকুৰাইহে

এতিয়ালৈকে আমাৰ পিতৃ পুৰুষৰ নামটো কোনোমতে ৰাখি থৈছে দেই। পিছে কি হব আৰু ! ভাগ্যত নাথাকিলে আৰু উপায় কি ! আৰু সেই মাটি ! মাটি নে কিবা ! মাটি নহয় শুনিছা, যজ্ঞধৰ, মাটি নহয় ; সাক্ষাৎ মাতৃ, শুনিছা, মাতৃ, বোলো সাক্ষাৎ মাতৃ, মাটি-মূৰ্তিধাৰিণী সাক্ষাৎ মাতৃ ! মাতৃ !! ওঃ ওঃ ওঃ ! কি ক'ম ! কি ক'ম !!

ৰূপে— পিছে, ব্ৰাডাৰ, এটা কথা নহয়, এতিয়া ভৰ দুপৰীয়া হ'ল ; ভাত মুঠি ইয়াতে ধৰি যাব লাগে, শুনিছা ? ভিতৰলৈ আহাঁ।

যজ্ঞ— নেলাগে দিয়া, মোলৈ এতিয়া খোৱা-বোৱাৰ একো দিহা কৰিব নেলাগে।

ৰূপে— নহয় ব্ৰাডাৰ, কাপোৰ-কানি যদি কিবা সলাব লগীয়া আছে সিটো কোঠাত সলাই আহাঁগে। বাহিৰত গৌৱা পানীছুনি সকলো আছেই। কুৱাঁটোৰ পাৰলৈ গ'লেই হ'ল। ব্ৰাডাৰ, পলম নকৰা দেই।

ৰংদৈ— ( ভিতৰৰ পৰা ) আলহীলৈ ভাত বাঢ়িছোঁ। আহিব দিয়ক। বেছি পলম নকৰিব।

যজ্ঞ— অ ! বাৰু তেন্তে, যাবই লাগিল।

ধনে — ব'লা বোপা ( যজ্ঞধৰ আৰু ধনেশ্বৰ পাকঘৰত সোমাল )।

## ২য় দৃশ্য

[ ৰূপেশ্বৰে বহি এখন খবৰ কাগজ পঢ়িব ধৰে ]

ধনে— সেইখন আজিৰ কাগজ নেকি অ ?

ৰূপে— হয়।

ধনে— ডাঙৰ খবৰ কিবা আছেনে মাতচোন বাৰু ডাঙৰ ডাঙৰকৈ। পিছে, কিনো শুনিবা, সদায় সেই একেসোপা কথাই লুটি বাগৰ মাৰি মাৰি ন ন ৰূপত ওলাই থাকে।

ৰূপে— শুনা শুনা—"অসমত অনাহাৰত হাজাৰ হাজাৰ লোকৰ অকাল মৃত্যু।" "চুৱাপাত্তনিৰ ভাতৰ বাবেও কাজিয়া।" "অৰ্ধাহাৰী অনাহাৰী লোকৰ সৈতে শিয়াল—কুকুৰৰ পাৰ্থক্য নোহোৱাত পৰিল।"

ধনে— উঃ! ৰাজ্যখনৰো যে আক অৱস্থা! আও! আমাৰ চকুৰ আগতে সিদিনা আমাৰ কি আছিল! আক আজি কি হ'ল! সৌ সিদিনা মাথোন বৃটিছৰ ৰাজত্বত আমাৰ ৰাজ্যখন কেনে আছিল শুনিবি? বেছি দিন আগৰ কথা নহয়তো। ১৯৪০ চনৰ আগৰ কথা মাথোন। টকাটোত চাউল পোন্ধৰ-ষোল সেৰ; বুজিছ? ডাইল সেৰে চাৰি অনা (এতিয়াৰ মতে ধৰ পঁচিশ পইচা); বুজিছ? চেনিৰ সেৰেও চাৰি অনা, ছয় অনা হে; আলুগুটি এসেৰত এক অনা (আজিৰ হিচাপত ধৰ পাঁচ পইচা)। পোন্ধৰ-বিশ টকা মান হলেই সক পৰিয়াল এটা এমাহ বেছ চলিব পাৰি, শুনিছ?

ৰূপে— এঃ! বিশ্বাসেই নহয় পাই।

ধনে— বিশ্বাসতো তইঁতৰ নহবৰে কথা। কিন্তু ই যে প্ৰকৃত সত্য। চাহ বাগিচা বোৰত কোনো কোনো কেৰাণী মহ'ৰীৰ মাহিলি দৰমহা কিমান আছিল জান?

ৰূপে— জানো?

ধনে— মুঠেই দহ-পোন্ধৰ টকাহে। তাৰেই গোকত তাও দি মানুহ চলি যায়, শুনিছ? যি হে আৰাম মানুহবোৰৰ।

ৰূপে— উঁ! (কাগজ চাই) অ! আকৌ এই খবৰটো শুনা। আমাৰ ধুবুৰীৰ খবৰ।

ধনে— মাতচোন মাত।

ৰূপে— (ডাঙৰ ডাঙৰকৈ মাতিব ধৰিলে)

ধুবুৰী, ১৩ চেপ্টেম্বৰ, ১৯৭৪ চন—"অনাহাৰত ছাত্ৰ-প্ৰতিভাৰ মৃত্যু। অলপতে ধুবুৰী ভোলানাথ কলেজৰ

ছাত্র এজনৰ আকস্মিক মৃত্যুত সকলো ম্রিয়মান হৈ পৰে। ছাত্রজনে ধুবুৰী মহকুমাৰ এখন ভিতৰুৱা গাঁৱত এক দৰিদ্র পৰিয়ালত জন্ম গ্রহণ কৰিছিল যদিও, হাইস্কুল লিভিং চাৰ্টিফিকেট্ পৰীক্ষাত অংকত 'লেটাৰ' লৈ, প্রথম বিভাগত উত্তীর্ণ হৈ, ৰাষ্ট্রীয় পুৰস্কাৰ লাভ কৰিছিল। ল'ৰাজনৰ দৰিদ্রতাৰ কথা নেজানি, মৃত্যুৰ কেইদিনমান আগতে, এজন অধ্যাপকে তেওঁক ফটা-ছিটা কাপোৰ পিন্ধি অহাৰ বাবে তিৰস্কাৰ কৰিছিল। এই ঘটনাৰ প্রায় তিনি দিনৰ পাছতেই তেওঁৰ মৃত্যু হয়।" অঃ অঃ অঃ! মোৰ অসমা-সুষমা নিৰুপমা জনমভূমিৰ এই দুৰৱস্থা! বিশ্বাস নহয়, কিন্তু চকুৰ আগতে দেখিছোঁ। মোৰ সুজলা সুফলা শস্য-শ্যামলা অসম দেশত অনাহাৰত মানুহৰ মৃত্যু হব ধৰিছে—এটা নহয়, দুটা নহয়, শই শই, হেজাৰে হেজাৰে; এদিন নহয়, দুদিন নহয়; আজি একেৰাহে কত দিন, কত মাহ, কত বছৰ!! ওঃ ওঃ ওঃ!!!

নেপথ্যত ৰংদৈ—পোনা, পিতাৰক মাত, ভাত খাই যাওকহি

(ৰূপেশ্বৰ পাক-ঘৰলৈ সোমাই গৈ চকৰ পিনে দেও দি দি চাই উলটি আহিল)।

ৰূপে— মই ভাত আজি নেখাওঁ দেই।

ৰংদৈ— কেলৈ?

ৰূপে— ভোক নাই। পেটটো ভাল লগা নাই।

ৰংদৈ— এঃ! মই বুজিছোঁ। চকৰ পিনে দেও মেলি মেলি চাই ভাবিছে হাগৈ যে, হোৱা ভাতত অতিথি আহি বহিলহি যেতিয়া গৃহস্থ নিশ্চয় লঘোন পৰিবই।

ৰূপে— এঃ! সেইটো নহয় বুজিছা। মই ক'লোৱেই নহয়, ভোক লগা নাই বুলি আজি।

ৰংদৈ— তেন্তে ময়ো নেখাওঁ। মোৰো ভোক লগা নাই আজি।

## ৩য় দৃশ্য

( যজ্ঞধৰৰ ঘৰ )

যজ্ঞধৰ— বহালোঁ বাপেকে, ভাল বহালোঁ। এইবাবহে এইবাৰ! একে মাহতে পাঁচ সেৰ চোৰাং কানি বিক্ৰী কৰি পোন্ধৰ হেজাৰ টকা লাভ !! আবকাৰী বিভাগৰ কৰ্মচাৰীৰ চকুত ধূলি মাৰি মোৰ উদ্দেশ্য পূৰ্ণমাত্ৰাই সিদ্ধি কৰিলোঁ। হুঁঃ! যজ্ঞধৰক ধৰ, ধৰচোন কোনটোৱে পাৰ, কেনেকৈ পাৰ। তইঁতক নাকত ধৰি চাকত ঘূৰাব পাৰে সি, জনা নাই? আৰু ভয় কিহৰ? ভয় কাৰ বাবে? ইয়াকে বোলে 'বুদ্ধি যাৰ, বল তাৰ।' টকা নাই? কোনে কয় পৃথিৱীত টকা নাই। হব পাৰে, যাৰ বুদ্ধি নাই তাৰ টকা নাই; যাৰ টকা নাই তাৰ একো নাই। এইদৰে, সৰহ নালাগে যদি দহোটামান ক্ষেপ পোৱা যায়—গোটেই জীৱনটোৱেই ঠেঙৰ ওপৰত ঠেং তুলি বহি খাই থাকিব পাৰিম নহয়। আ! সৌ ডোখৰ কপেশ্বৰ নহয়নে?

দুজন লগৰীয়াৰ সৈতে কপেশ্বৰ ( প্ৰৱেশ )—অকলে অকলে মো কি কৰা হৈছে ব্ৰাডাৰ?

যজ্ঞ - অ ব্ৰাডাৰ, কি ক'ম। এইবাৰ দেখোন দলে-বলে?

কপে— আমাৰ গাৱঁৰ নামঘৰটোত এইবাৰ তিনপাত নগোৱা কথা আছে নহয়। তালৈকে পিৰিম্ৰিৰ চাঁদা ধৰা হৈছে, অন্ততঃ দহ টকাকৈ। সেই বাবেহে আহিলোঁ। এতিয়া তাকে চাই কি দিয়া দিয়া।

যজ্ঞ— নামঘৰ চামঘৰলৈ আমাৰ যাবলৈকে সময় নাই দেওহে। ওবে দিনটো দোকান ঘৰত ব্যস্ত হৈ থাকোতেই যায়। চাঁদা—ভাঁদা আমাৰ দিবলৈ নাই বুইছা। বিদায়হে দিছোঁ এতিয়া দেই। বেয়া নেপাবা আকৌ দেই।

ৰূপে – এইবোৰ ভাল পোৱা বেয়া পোৱা কথা নহয় ব্ৰাডাৰ। ৰাজহুৱা কৰ্তব্য। ৰাইজৰ আদেশ। এৰিবও নোৱাৰি, ধৰিবও নোৱাৰি। সেয়েহে ঘৰৰ দহোবন কাটি কৰি থৈও টলৌ টলৌ কৈ ঘূৰি ফুৰোতেই গৈছে আজি প্ৰায় দহ–পোন্ধৰ দিন।

যজ্ঞ – কৰ্তব্যনো নহয় কোনটো হেঁ? ৰাজহুৱা চাঁদা দিয়াটো যে কৰ্তব্য আমিতো জানোৱেই, তুমিও জানা, তেওঁ জানে। নেজানে কোনে! কিন্তু তাতে এটা কথা আছে। আস্থা—আস্থা—মনৰ একান্ত ইচ্ছা, বুইছা? সঁচা কথা কব গ'লে, ভগৱানৰ নামগুণ লোৱাত মোৰ অকণো আস্থা নাই, বিশ্বাস নাই, মই ধৰ্ম-ভীক নহওঁ। সেইবোৰ কামত অৰ্থব্যয় অনৰ্থক বুলি মোৰ দৃঢ় বিশ্বাস। ইমানতে তেন্তে বিদায়হে ব্ৰাডাৰ। পাছে-পৰে সুবিধা হলে দেখা যাব বাক।

ৰূপে— বাক, আহিছোঁ তেন্তে (যাব ধৰে)।

যজ্ঞ— এঃ তামোল এখনো………।

ৰূপে— তামোল বাক নেখালেও খোৱা বুলি ধৰি ললেই হ'ল (প্ৰস্থান)।

যজ্ঞ—হুঁঃ। ৰাজহুৱা নামঘৰত টিনপাত লগায়! চাঁদা লাগে গিৰি মুৰি দহ টকা দহ টকা! কোনে কেই দহ টকা দিয়ে দেখিম নহয়। দেখিলেহে লেখিম। পোনছাতেই আহিছে চাঁদাৰ বহীটো লৈ মোৰ ওচৰলৈ। হেঃ! আৰু মানুহ বিচাৰি নেপালি! যজ্ঞধৰৰ পৰা ধন সৰকাবলৈ আহিছে! এ:কথাৰ কথাৰেই, একেটা যাত্ৰাতেই! হেঃ হেঃ হেঃ!

(মেধিৰ প্ৰৱেশ) অ সেয়া মেধি ডাঙৰীয়া নে? আহক, আহক। মোৰ চিঠি পাইছে নহয়?

মেধি— ওঁ। মই এনেয়ো অহাব কথা আছিল। পিছে, কালি আপোনাৰ চিঠিখনি পাই আজিয়েই আহিলোঁ। নহলে হয়তো দুই চাৰিদিন কিজানি পলমেই হ'লহেতেঁন।

যজ্ঞ— দলিল-পত্ৰ আনিছে নহয় ?

মেধি— হয়, অনা হৈছে।

যজ্ঞ— (হাঁহি) বুইছে মেধি ডাঙৰীয়া, মই পাহৰিছোৱেই দেই টকানো কিমান আনিছিলোঁ, হ'লেই বা কেই বছৰ। সুদৰ হাৰেই বা কিমানত বন্দবস্ত কৰা হৈছিল। এ:কো মনত নাই বুইছে।

মেধি— আপুনি পাহৰাটো অতি স্বাভাৱিক কথা। আমাৰ দৰে আপোনাৰ কিবা এটা-দুটা লেঠানে ? কত ঠাইত কত ৰকমৰ লেনদেন ! প্ৰতিদিনে কত ঠাইৰ পৰা কতবোৰ ধন আহিছে, গৈছে ! কত ঠাইত কিমান পাওনা বাকী পৰি আছে ! পাণ-বেপাৰীৰ দৰে পাঁচ-দহ পইচাৰ বেপাৰ নহয়তো আপোনাৰ। লাখ লাখ টকা খটাই কত ৰকমৰ ব্যৱসায় হাতত লৈছে ; নতুন নতুন উদ্যোগ স্থাপনত আগবাঢ়ি গৈছে। বিদেশী বেপাৰীৰ লগত সমানে সমানে কেৰ্ মাৰি, কেনে চকুত চমক্ লগা কাৰবাৰবোৰ হাতত লৈছে। ইপিনে দোকানৰ কামটোতো আছেই হাতৰ পাঁচ।

যজ্ঞ— মোক প্ৰশংসা নেলাগে বুইছে মেধি ডাঙৰীয়া। মোক লাগে মাথোন আপোনাসৱৰ দৰে উদাৰ মহান ব্যক্তিৰ সান্নিধ্য, সহযোগ আৰু বিশ্বাস।

মেধি— যথাসাধ্য চেষ্টা কৰি আহিছোৱেই নহয় ; আৰু কৰি থাকিমো। চেষ্টাৰ ত্ৰুটী নহব।

যজ্ঞ— মোকো লাগে সিমানেইহে। আৰু এটা কথা বুইছে, মই কোনো মানুহৰ লগত, সি লাগে মোৰ বিমানেই কি

আপোন নহওক, যেছি লেন-দেন কৰি থাকিবলৈ-ভাল নেপাওঁ, যেছি লেঠা ৰাখিবলৈ ইচ্ছা নকৰো বুইছে।

মেধি—ভগৱানে আপোনাক সুবুদ্ধি দিয়ক, ভৱিষ্যৎ উন্নতি জখলাত আগুৱাবলৈ, ৰাইজক সেৱা কৰিবলৈ, আপোনাক অসীম শকতি দিয়ক। মোৰ লেঠাটো মৰাবলৈ বুলি মই সিমান ব্যস্ত হোৱা নাই বিশ্বাস কৰক? আৰু নহওঁ। কিন্তু আপোনাৰ লেঠাবোৰ মৰিলগৈ নে বাৰু ইতিমধ্যে?

যজ্ঞ—মোৰ লেঠাবোৰতো আৰু সহজে মাৰিব পৰা বিধৰ বস্তু নহয়। মোৰ টকা, বুইছে, মানে ব্যৱসায়ৰ টকা, সহস্ৰ বিন্ধাৰে আহে আৰু সহস্ৰ বিন্ধাৰে যায়। টকাৰ স্থিতি নাই বুইছে, সি সদায় গতিশীল, সদায় চলন্ত। এই আছিল, এই গ'ল। কিন্তু আছিল কেনি আৰু কেনেকৈ, উৱাদিহ পাবলৈ টান; সেইদৰে যাবৰ বেলিকাও কোন মুহূৰ্ত্তত খাওকতে কেনি গুচি যায়, জানে কোনে! সাধুসকলে লক্ষ্মীক, বুইছে, এনেয়েনো চঞ্চলা বুলি কৈ গৈছে নে? বাৰু, চাওকচোন আমাৰ দলিল খন। মই কিমান টকা আনিছিলো বা?

মেধি—পাঁচ হেজাৰ।

যজ্ঞ—ওঁ। কেইবছৰ হ'ল বা?

মেধি—(দলিল চাই বছৰৰ লেখ কৰি) এই বছৰটো ধৰিলে তেৰ বছৰেই হয়।

যজ্ঞ—ওঁ! তেন্তে সুদে মূলে আপোনাৰ পাওনা কিমান হয়গৈ বা?

মেধি—(গণনা কৰি) সাত হেজাৰ হয়গৈ হবলা; আৰু লগতে সুদ হয়গৈ প্ৰায় পাঁচশ নেকি। বাৰু সেইখিনি বাদ দিবও পৰা যায়তো; পাঁচশই হওক বা কিমানেই কিয় নহওক। আমাৰ এইখন কিনা চৰকাৰী কাম নে! ঘৰুৱা কথাহে।

আপোনাক এদিন মই পাৰিছিলোঁ। দেখি সহায় কৰিছিলোঁ। আৰু প্ৰয়োজন হলে, আপোনাৰ পৰাও মই যি লাগে এদিন হয়তো আনিবগৈও লাগিব পাৰে। নহয় জানো ?

যজ্ঞ– ( গহীন ভাবে কিবা গুণাগঁথা কৰি আছে ) এৰা। পৰস্পৰ সহায়-সহযোগ মানুহ মাত্ৰকে লাগেইতো। টকা ধাৰে দিয়া কাৰবাৰটো বেছ বঢ়িয়া কাৰবাৰ. নহয়নে মেধি ডাঙৰীয়া ?

মেধি—দেখাততো ভালেই। কিন্তু ভিতৰি যে লেঠা কতবোৰ।

যজ্ঞ—লেঠা কি ! মূলধন যি আছিল সিতো যেনে আছিল সেই ভাগেই ৰ'ল। লগতে আকৌ সংযোগ হৈছে যাৰ বছৰি বছৰি—নাই বুলিও, হেজাৰ. বাৰশ, তেৰ হেজাৰৰ, ডুহেজাৰকৈ। চিন্তা নাই, চৰ্চা নাই. পৰিশ্ৰম নাই, যি আছে তাৰ হৰণ-ভগন নাই।

মেধি—এনেকৈ হয়তো। কিন্তু·· ···

যজ্ঞ—কিন্তু আৰু কি ! বেংকবোৰতো সেয়েই। টকাৰ লেনদেন লৈয়েই কাৰবাৰ। ইপিনৰ পৰা আনি সিপিনে দিলে; সিপিনৰ পৰা আনি ইপিনে বিলালে। মাজতে লাখ লাখ টকাৰ মালিক হৈ মৌজ মাৰিলে। [অলপ পৰ বৈ ভাব পৰিবৰ্তন কৰি] তেন্তে আঁপোনাক মই সাত হেজাৰ·· ···।

মেধি—ওঁ, ওঁ ; সাত হেজাৰ দিলেই হব। বাকীখিনি নেলাগে দিব বুইছে, নেলাগে।

যজ্ঞ—কিন্তু···। আনিছিলো পাঁচ হেজাৰ ; আৰু হ'লগৈ— সাত হেজাৰ—সুদে-মূলে—কি মজাৰ ব্যৱসায় ! মেধি, মেধি, মেধি ! কি মজাৰ ব্যৱসায় !! (এই বুলি সাউৎ কৰে দলিল ফালি পেলাই জুইশলা মাৰি জ্বলাই দিলে)।

মেধি—(বিকট চিয়ঁৰ মাৰি) ইকি! ইকি! ইকি কৰিলে মোৰ দলিল! মোৰ দলিল কি হ'ল! [দুবাৰ তিনিবাৰ চীৎকাৰ]

যজ্ঞ—দেখা নাই! চকু নাই! এই তোমাৰ দলিল! জ্বলি গ'ল! জ্বলি গ'ল! জ্বলি গ'ল (ভস্ম দেখুৱাই)!!

মেধি—আঃ! আঃ! কোন ক'ত আছা, এই পিনে আহাঁ। কোনো নাই! কোনো নাই! মোৰ কপালৰ ঘাম মচি মচি জমা কৰা কত বছৰৰ, কত পৰিশ্ৰমৰ সঞ্চিত এই টকা! সি যজ্ঞধৰে তাক নিমিষতে হজম কৰিলে কেনেকৈ চোঁৰা। [মেধিয়ে দলিলৰ ভস্ম বুটলিব ধৰে, কিন্তু যজ্ঞধৰে তাকো বুটলিব নিদি নিজ হাতেৰে তুলি জেপত ভৰাই লয়]। ওঃ! ওঃ! ওঃ!!! ভগৱান! ভগৱান! ভগৱান ক'ত! কাক কওঁ! কেনেকৈ কওঁ! কোনে শুনিব মোৰ এই কৰুণ কাহিনী! কোনে জানিব এই পাষণ্ডৰ পাশৱিক কাণ্ড! ওঃ! ওঃ! ওঃ!!!

[যজ্ঞধৰে চিয়ঁৰিব ধৰিলে—ঐ, কোন আছা. এই পিনে আহাঁ. এইপিনে আহাঁ, এইপিনে আহাঁ।]

[কেইজনমান মানুহ সোমাই আহিল]

যজ্ঞ—অ! আহক আহক আহক ৰাইজ, আহক এইপিনে। চাওক মানুহৰ কাণ্ড! এই মানুহজনক নিশ্চয় চিনি পায় আপোনালোকে?

সকলোকেইজনে—হয়, পাওঁ, পাওঁ।

যজ্ঞ—জিতেন মেধি ইয়াৰ নাম। এয়া চাওক (ভস্ম দেখুৱাদে)।

সকলো এয়া ছাই! কিহৰ ছাই?

যজ্ঞ—মোৰ পৰা টকা নিছিল দহ হেজাৰ এই জিতেন মেধিয়ে। আজি টকা আদায় দিয়াৰ দিন। সুদৰ বন্দৱস্ত আছিল যদিও মই সকলো বাদ দিলো। বোলো, মূলধন দহ হেজাৰ। সেই খিনি দিলেই হব। দলিলখন উলিয়াই

দিলো। বোলো আজি টকা আদায় কৰাৰ দিন। টকা লৈ অহা বুলি ক'লে। টকাও দিব আৰু লগে লগে দলিল ফালি পেলাম। কিন্তু, কিন্তু, সি বদমাচে কৰিলে কি চাওক, চাওক বাইজ, চাওক (ভস্ম দেখুৱাই)।

সকলো—ইস্ ইস্ ইস্ !! পুৰি পেলালে !! আপোনাৰ চকুৰ আগতে মেথিয়ে দলিল পুৰি পেলালে !!!

যজ্ঞ—সাক্ষী হব লাগিব কিন্তু দেই আপোনালোকে। মই সুদাই নেৰিছো এইবাৰ। আগতেও মোক এই মানুহটোৱে এইদৰে কেবাবাৰো প্ৰবঞ্চনা কৰিছে। এবাৰ নহয়, দুবাৰ নহয়, কেবাবাৰো, কেবাবাৰো। তেতিয়া দুই-চাৰিশ টকা বুলি মই তালৈ সিমান মনকাণ কৰা নাছিলো। এইবাৰ কিন্তু এৰি দিয়া নহব। মই যদিহে যজ্ঞধৰ হওঁ, ইয়াৰ ভাল মজা দেখুৱাম, পুলিয়ে পোখায়ে উঘালিম তাৰ। আপোনালোক সাক্ষী হব লাগিব কিন্তু, সাক্ষী হব লাগিব, সাক্ষী হব লাগিব।

এজন— নিজ চকুৰে দেখিলো যেতিয়া আমি নিশ্চয় সাক্ষী আছো। ধৰ্মৰ জয় আছে নিশ্চয়। ভয় নকৰিব, ভয় নকৰিব আপুনি। ভগৱান আছে যদি নিশ্চয় দেখি আছে।

[ মেথিয়ে মূৰে-কপালে হাত দি বহি থাকিল। আৰু শেষত অজ্ঞান হৈ পৰি গ'ল ]।

## ৪ৰ্থ দৃশ্য

( যজ্ঞধৰৰ ঘৰ। এজন ম'হৰীৰ প্ৰৱেশ )

ম'হৰী— বৰ শুভ সম্বাদ দেউতা।

যজ্ঞ— কোঁৱা।

ম'হৰী— জিতেন মেধিৰ ওপৰত আপুনি ডিক্রিজাৰিৰ সেই মকৰ্দমাটো যে তৰিছিল কালি তাৰ হুকুম হৈ গ'ল। আপোনাৰ জয় হৈছে।

যজ্ঞ— হয় ?

ম'হৰী— মই আগতে দেউতাক কৈছিলোৱেই নহয় বোলো অমুকা মহৰী জীয়াই থাকে মানে দেউতাৰ পৰাজয় কোনো পধ্যেই হব নোৱাৰিব।

যজ্ঞ— ধন্যবাদ ; ইয়াকেই বোলে ভাল মানুহ, আচল মানুহ, প্রকৃত মানুহ, খাটীমানুহ। যেনে কথা তেনে কাম। যেনে কাম তেনে নাম। তেন্তে এতিয়া চাহ খোৱা।

ম'হৰী— হেঃ হেঃ হেঃ (হাহেঁ)। নেলাগে দিয়ক মোক চাহ খুৱাব। আপোনাৰ ভাল শুনিলেই আমাৰ ভাল।

যজ্ঞ— কলিমন। (নেপথ্যত কলিমনে মাতে 'দেউতা') চাহ আন। আগতে ভোগমনৰ দোকানৰ পৰা ভাল ভাল চাই অলপ মিঠাই আনি ল। পইচা দিব নেলাগে। এয়া শ্লিপ্ লৈ যা—(শ্লিপ্ লিখি দিয়ে) কুৰিটা ৰসগোল্লা, কুৰিটা সন্দেশ; আৰু গৰম চিংৰা যদি আছে তাৰো দুকুৰি মান আনিবি (এখন শ্লিপ্ লিখি দিয়ে, কলিমনে লৈ গ'ল)। কিমান টকাৰ ডিক্রিজাৰি দিলে বা ?

ম'হৰী— তেৰ হেজাৰ টকাৰ ; দহ হেজাৰ মূলধন আৰু তিনি হেজাৰ সুদ। যথা সময়ত টকা আদায় নিদিলে আইনৰ আশ্রয় লৈ সুদে-মূলে আদায় কৰা হ'ব। কোনো চিন্তা নাই। কোনো চিন্তা নাই। এই কোবত জিতেন মেধিৰ যি অকণ সম্পত্তি আছিল সকলো শেষ হৈ যাব। দেউতাৰ লগত অনৰ্থক ঘমঘণ্ট লগোৱাৰ বেছ মজা ওলাব তাৰ যদিহে ঈশ্বৰ আছে।

## ৫ম দৃশ্য

[ ৰূপেশ্বৰৰ ঘৰ। যজ্ঞধৰে বৰ উত্তাৱল হৈ ল'ৰি আহি ৰূপেশ্বৰৰ আগত এখন বাতৰি কাকত দাঙি ধৰে ]

যজ্ঞ— এয়া চোঁৱা ব্ৰাডাৰ, পঢ়া পঢ়া। ডাঙৰ ডাঙৰ আখৰৰ এই বাতৰিটো পঢ়া।

ৰূপেশ্বৰ—কিহৰ বাতৰি ?

যজ্ঞ— সাংঘাতিক বাতৰি। উঃ ! নভবা নিচিন্তা অদ্ভুত কথাহে !!

ৰূপে— [ খবৰ কাগজ চাই ডাঙৰ ডাঙৰকৈ মাতিব ধৰে ]—"সাংঘাতিক মটৰ দুৰ্ঘটনা। সন্তি—সন্ততি আৰু ভাৰ্য্যা সহিতে বাহঁবৰীয়া গাৱঁৰ পোষ্ট মাষ্টৰ বাজেন দাস কালি নিশা ন বজাত মৰিয়ণী জংছনৰ ওচৰত মৃত্যু মুখত পৰিল। মৃত্যুৰ সময়ত তেওঁৰ বয়স মাত্ৰ পঞ্চত্ৰিশ বছৰ। পৰিয়াল বুলিবলৈ তেওঁৰ আছিল মাথোন ভাৰ্য্যা, এটি ল'ৰা আৰু এজনী ছোৱালী। কেউজনেই এই আকস্মিক ঘটনাত মৃত্যু বৰণ কৰিব লগীয়া হোৱাত বাজেন দাসৰ ঘৰ একেবাৰে জনশূন্য হৈ পৰিল। মানুহজনৰ উত্তৰাধিকাৰী বুলিবলৈ প্ৰকৃততে আজি কোনোৱেই নাই। অঃ ! অঃ ! অঃ !! সংসাৰখনো যে আৰু ! মানুহৰ জনমটোও যে আৰু ! উঃ ! উঃ !! উঃ !!!

যজ্ঞ— এনেয়েনো মহাপুৰুষসকলে কৈ গৈছে নে বোলে, মনুষ্য-জীৱন কচু পাতৰ পানী হে ! কচু পাতৰ পানী !! সব মিছা এইবোৰ ধন-জন, বুজিছা, সব মিছা। মুঠেই পানীৰ ঢৌ, বুজিছা, পানীৰ ঢৌ ! পানীৰ ঢৌ !!

ৰূপে— এতিয়া বাৰু মানুহ জনৰ সা-সম্পত্তিয়েই বা ভোগ কৰে কোনে ! ঘৰখনকেই বা ৰক্ষা কৰে কোনে ! নিমিষতে গৃহস্থীখন তেনেই শূন্য হৈ গ'ল দেহি ! দিবলৈও নাই,

থবলৈও নাই! দানলৈও নাই, পিণ্ডলৈও নাই! এয়ে সংসাৰ! ওঃ ওঃ! ওঃ!! এয়ে সংসাৰ! এয়ে ভগৱানৰ লীলা! লীলাময়ৰ অদ্ভুত লীলা! অদ্ভুত ৰহস্য!

যজ্ঞ— এৰা। মৃত্যুৱে টানি নিছে বুজিছা, মৃত্যুৱে টানি নিছে। মৃত্যুৰ ওপৰত, যম দেৱতাৰ ওপৰত, কাৰো হাত নাইতো।

ৰূপে— এৰা। আগতে জনা হেতেনতো তেওঁ সেইদিনা মটৰত উঠি সপৰিবাৰে কেতিয়াও যাত্ৰা নকৰিলেহেতেঁন।

যজ্ঞ— নিশ্চয়। কিন্তু বিধিৰ বিধান! মানুহৰ অসাধ্য! পিছে এতিয়া সেই বিষয়ে ভাবি থাকিলেতো আৰু একো লাভ নাই। পিছে, পিছে, ব্ৰাডাৰ, মই এতিয়া আহিলোঁ কিয় জানা?

ৰূপে— কোৱাঁ।

যজ্ঞ— খবৰ কাগজত এই আকস্মিক মৃত্যু বাতৰিটো পায়েই লৰি আহিছোঁ।

ৰূপে— হয়? তাৰ মানে?

যজ্ঞ— মানে, মানে, মানে—মানে বহুতো আছে। (ডাক ঘৰৰ এখন কাগজ দেখুৱাই) এয়া চোৱাঁ। চহী এটা দিলেই হ'ল।

ৰূপে— কিহৰ কাগজ এইখন?

যজ্ঞ— ডাকঘৰৰ 'উইড্ৰয়েল্ ফৰ্ম্'।

ৰূপে— বুজিছোঁ। পিছে?

যজ্ঞ— তুমি চহী এটা দিব লাগে।

ৰূপে— চহী? কিয়?

যজ্ঞ— তুমিতো জানাই যে তোমালোকৰ স্কুলৰ সমুদায় টকা জমা থয় আমাৰ এই ডাকঘৰত। আৰু টকা 'উইড্ৰ' কৰিবৰ সময়ত আমি দুজনৰ চহী লাগে, মই স্কুলৰ চেক্ৰেটাৰী স্বৰূপে আৰু তুমি স্কুলৰ নিৰ্বাচিত শিক্ষক প্ৰতিনিধি স্বৰূপে

ৰূপে— ওঁ।

যজ্ঞ— এতিয়া শুনা; এটা গোপন কথা (কাণে কাণে কয়) কিন্তু কেৱে গম নেপায় যেন। মাত্র এটা চহী। এটা মাত্র চহীৰ বিনিময়ত পঞ্চাশ হেজাৰ টকা। বিনা পৰিশ্ৰমে নিমিষতে পঞ্চাশ হেজাৰ, বুজিছা, অলপ অচৰপ নহয়, পঞ্চাশ হেজাৰ। (অলপ বৈ) এতিয়া ইয়াক দুভাগ কৰা অৰ্থাৎ গাইপতি পঁচিশ হাজাৰকৈ। টকা কালি আবেলি জমা দিছে মাত্র। 'কেশ্চ্ বুক'ত কিজানি জমা হোৱা নায়েই। তোমাৰ পঁচিশ হেজাৰ, মোৰ পঁচিশ হেজাৰ। হিচাপত আমি সততকাই এইখিনি টকাৰ লেখ নেদেখুৱাওঁৱেই নহয়। সহজে আমাক ধৰে কোনেহে! ধৰে কোনে !!

ৰূপে— হেঃ! কি কথাহে এইবোৰ !! মইতো—

যজ্ঞ— আৰু ধৰা পৰিলেও জানিবা এতিয়া নহয়, বহু বছৰৰ মূৰতহে হব পাৰে। তেতিয়ালৈ বা সংসাৰখনৰ গতি কি হয়গৈ, আমাৰেই বা গতি কি হয়গৈ। এতেকে হাতত পোৱা টকা কেইটা যিমান সোনকালে পৰা যায় হাত কৰি লব লাগে বুইছা। কথা ইমানেই।

ৰূপে— তাৰ মানে মই এতিয়া এই 'উইড্ৰয়েল্ ফৰ্ম'খনত চহী দিব লাগে?

যজ্ঞ— ওঁ, সেয়েই, কথা; চহী দিব লাগে।

ৰূপে— (বহুত পৰ ভাবি) ক্ষমা কৰিবা ব্ৰাডাৰ, এই চহী মই দিব নোৱাৰিম। কেতিয়াও নোৱাৰিম।

যজ্ঞ— সঁচা?

ৰূপে— জীৱনত মোৰ মিছা কোৱাৰ অভ্যাস নাই।

যজ্ঞ— তেন্তে, তুমি আজি মোৰ কথা নুশুনা?

ৰূপে— নুশুনা নহয়, শুনিছোঁ ; কিন্তু সেইমতে কাম কৰিব নোৱাৰিম ।

যজ্ঞ— আজি এই মুহূৰ্ত্তত মই তোমাৰ এনেবোৰ কথাৰ মেৰপাক শুনি থাকিব নোৱাৰো ৰূপেশ্বৰ ।

ৰূপে— আৰু ময়ো তোমাৰ এই কথাৰ জালত মেৰখাব নোৱাৰো যজ্ঞধৰ ।

যজ্ঞ— বুজিছো ; আজি তুমি মোৰ কথা নুশুনা হৈছা, মোৰ সৈতে ফেৰ্ মাৰিছা । মই উপযাচি দিয়া ধনো তোমাক নলগা হৈছে । এয়েতো ?

ৰূপে— মোক এনে টকা নেলাগে, এনে লাভ নেলাগে । মই জানো, এই কাম অতি জঘন্য, অতি ঘৃণনীয় ।

যজ্ঞ— আজি তেন্তে তুমি মোক ঘিণ কৰিছা ?

ৰূপে— তোমাক ঘিণ কৰা নাই । কিন্তু তোমাৰ চিন্তাধাৰাক ঘিণ কৰিছোঁ, তোমাৰ পাপমতিক ঘিণ কৰিছোঁ, তোমাৰ সংকল্পক ঘিণ কৰিছো, সন্দেহ কৰিছোঁ ।

যজ্ঞ— ঠিক ?

ৰূপে— ঠিকেই । মনীষীৰ বচন—পাপীক নিঘিণাবা । পাপক ঘিণাবা ।

যজ্ঞ— তোমাৰ এনে পণ্ডিতালিৰ কথা মই আৰু শুনিব নোখোজো ৰূপেশ্বৰ । হয় তুমি মোৰ এই শেষ অনুৰোধ ৰক্ষা কৰা ; নহলে নহলে —

ৰূপে— নহলে কি ? নহলে কি কৰিবা তুমি ?

যজ্ঞ— বেছ । আজি মোৰ সৈতে তৰ্ক কৰিবলৈ সাহস পাইছা তুমি—কিহৰ বলত ? কিহৰ ভিত্তিত ? মনত আছে ? আছে মনত ? ( অলপ বৈ খঙত উত্তলা হৈ ) বাৰু, বাৰু, বাৰু—দেখা যাব । শেষ পৰিণামলৈ প্ৰস্তুত হোৱা ৰূপেশ্বৰ ।

## ৬ষ্ঠ দৃশ্য

[ ৰূপেশ্বৰ বেজাৰ মনে বহি আছে, কাষত পিতাক ধনেশ্বৰ ]

ধনেশ্বৰ—ৰূপাই, আজি স্কুললৈ নাযায় ? ( ৰূপেশ্বৰে এটি দীঘল হুমুনিয়াহ চাৰিলে ) হুমুনিয়াহ চাৰিলি যে ? কি হ'ল ? কি হ'ল ? ( ৰূপেশ্বৰে এখন দীঘল লেফাফাৰ চিঠি দেখুৱালে ) এইখন কিহৰ চিঠি ? কোনে দিছে ? কালৈ দিছে ? কি লিখা আছে ইয়াত ? ( ৰূপেশ্বৰ নিমাত। এনেতে এজন তেওঁৰ সহকৰ্মী শিক্ষকৰ প্ৰৱেশ ) অ' মাষ্টৰ বোপা, তুমি স্কুললৈ যাব আহিলা ?

সহঃ শিঃ—হয় মহাদেও। এওঁ নেযায় নেকি ? কেনেকৈ মন মাৰি বহি আছে দেখোন ! ৰূপেশ্বৰ ?

ৰূপে— বহঁা।

সহঃ শিঃ—কি হৈছে আজি এওঁৰ। মাতিবই নোখোজে দেখোন ! মনটো কেনেকৈ মাৰি আছে !

ধনে— কবই পৰা নাই বোপা, আজিনো কি হৈছে তাৰ। বাৰু, এই চিঠিখন চোৱাচোন—কিহৰ চিঠি এইখন, কোনে দিছে ! কি লিখিছে !! ( সহঃ শিক্ষকে পঢ়ি চাই আশ্চৰ্য্য প্ৰকাশ কৰে ) কি ! তুমিও আচৰিত হ'লা যে ! কিহৰ চিঠি এইখন ?

সহঃ শি—আচৰিত হবৰ কথাই, মহাদেও।

ধনে—কি হ'ল ?

সহঃ শিঃ—বন্ধু ৰূপেশ্বৰক দেখোন এবছৰৰ বাবে—

ধনে—এবছৰৰ বাবে কি !!

সহঃ শিঃ—চাচ্‌পেণ্ড কৰিছে।

ধনে—তাৰ মানে ?

সহঃ শিঃ—তাৰ মানে, কিবা কাৰণত তেওঁক এবছৰৰ বাবে স্কুললৈ যোৱা নিষেধ কৰিছে।

ধনে—হুঁ! এবছৰৰ বাবে স্কুললৈ যোৱা নিষেধ কৰিছে!! কোনে? কিয়?

সহঃ শিঃ—শিক্ষা বিভাগৰ শিক্ষাধিকাৰে।

ধনে—কাৰণ?

সহঃ শিঃ—সেইবোৰ একোকে লিখা নাই মহাদেও। কিন্তু গোপন অনুসন্ধান চলিব ধৰিছে বুলি জনাইছে। শেষ সিদ্ধান্ত পাছত জনাব।

ধনে—গোপন অনুসন্ধান! কিহৰ এই গোপন অনুসন্ধান!

[ দুজন ডেকা ল'ৰাই বাতৰি কাকতৰ বাতৰি এটা চাবৰ বাবে কাকতখন টনা-আজোৰা কৰিব ধৰিছে। ইটোৱে কয় 'মই চাওঁ'। সিটোৱে কয় 'মই চাওঁ' ]।

১ম ডেকা—( ডাঙৰ ডাঙৰকৈ মাতে ) "অবৈধ প্ৰণয়", "অবৈধ প্ৰণয়।"

২য় ডেকা—(ডাঙৰ ডাঙৰকৈ মাতে) "বাহঁবৰীয়া গাঁৱৰ স্কুলত অবৈধ প্ৰণয়ৰ কেলেংকাৰ; এজন শিক্ষক আৰু এগৰাকী শিক্ষয়িত্ৰীৰ ওপৰত সন্দেহ।"

১ম ডেকা—হেৰ' এবেটা স্কুলতে মাষ্টৰ, মাষ্টৰণী; ল'ৰা, ছোৱালী। হবইতো এইবোৰ কেলেংকাৰী।

২য় ডেকা—এৰাতো। আজি সহ-শিক্ষাৰ দিন যেতিয়া আৰু কি আছে! কাক কোনে চায় অ! ইংৰাজীত কথা এষাৰ এনেয়ে ওলাইছে নে বোলে, 'Love is blind'?

১ম ডেকা—ওঁ, অৰ্থাৎ প্ৰেম অন্ধ।

[ নেপথ্যত লাউদ্ স্পিকাৰত কোৱা শুনা গ'ল—"শুনক, শুনক, ৰাইজ, আজি ৰাতিপুৱা চাবে ন বজাত স্থানীয় ডাক্তৰখানাত অস্ত্ৰোপচাৰ কৰোঁতে বাহঁবৰীয়া গাঁৱৰ

স্কুলৰ ফুলেশ্বৰী মাষ্টৰণীৰ অকাল মৃত্যু ঘটিছে। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল মাত্ৰ পঁচিশ বছৰ। মাষ্টৰণী গৰাকীৰ প্ৰতি শ্ৰদ্ধা জনাবৰ বাবে আজি স্কুলৰ অধ্যয়ন-অধ্যাপন সকলো বন্ধ কৰি দিছে।" [ এই প্ৰচাৰ-বাণী নেপথ্যৰ বিভিন্ন দিশত দুবাৰ-তিনিবাৰ শুনা গ'ল ]।

ধনে—অকস্মাতে ই কিহৰ ঘোষণাহে মাষ্টৰ বোপা ?

সহঃ শিঃ—আচৰিত কথা। ফুলেশ্বৰী মাষ্টৰণীৰ মৃত্যু !

ধনে—তোমালোকে আগেয়ে এই বিষয়ে একো শুনা নাছিলা ?

সহঃ শিঃ—একেবাৰে নুশুনা নহয় অৱশ্যে। শুনিছিলোঁ কিবা গোপন ৰোগৰ চিকিৎসাৰ বাবে ফুলেশ্বৰী মাষ্টৰণীক নি কিছুদিন বোলে হস্পিটেলত ৰখা হৈছিল আৰু শেষত বোলে অস্ত্ৰোপচাৰ কৰা হৈছিল।

ধনে—অস্ত্ৰোপচাৰ কিহৰ বাবে বা ?

সহঃ শিঃ—সিমানবোৰ কথা মই নেজানো মহাদেও, অৱশ্যে শুনিছিলো কিবা যৌন সংক্ৰান্ত অঘটনৰ বাবে।

ধনে—( তলমুৰ কৰি চিন্তান্বিত হৈ পৰে ) এই সংসাৰখনো যে আৰু ! !. তিনিকুৰিৰ ভেওনা পাৰ হ'লহি এনে নাভূত নাশ্ৰুত কথা আৰু আগতে শুনা নাছিলো দেওহে। অন্ততঃ আমাৰ এই গাওঁবোৰত এইবোৰ কথা মুঠেই নাছিল। ও ! এতিয়া আকৌ গাৱেঁ-ভূঞে নগৰে-চহৰে কাকতে-পত্ৰই কেৱল এইবোৰ কথাহে শুনিবা আৰু এইবোৰ কথাহে।

সহঃ শিঃ—এৰা আমিওতো অতদিন ইয়াত কাম কৰিলোঁ ; ক'তনো কি ! একোৱেই উমঘাম নাছিল তো।

[ এজন পিয়াদা আহি ৰূপেশ্বৰৰ হাতত এখন চিঠি দিয়ে আৰু এটা বহীত তেওঁৰ চহী লয়। ৰূপেশ্বৰে চিঠি পঢ়ি চাই কিংকৰ্তব্য-বিমূঢ় হৈ. অজ্ঞান হৈ পৰা যেন হয় ]।

সহঃ শিঃ—এইবাৰ আকৌ তোমাৰ কি হ'ল বন্ধু। হেঃ! চাওঁ সেইখন কিহৱ চিঠি ( চিঠি পঢ়ি চাই )।

ধনে—আকৌনো কিহৰ চিঠি আহিলহে সেইখন মাষ্টৰ বোপা? চিঠিখন পঢ়ি উঠি ৰূপেশ্বৰে কেনেখন কৰিছে দেখোন! কি হ'ল বা তাৰ!

সহঃ শিঃ—আচৰিত কথা মহাদেও! ভাবিব নোৱৰা কথা!

ধনে—হয়? তেন্তে কি! কথা কি!!

সহঃ শিঃ—( চিঠিখন মন দি পঢ়ি ) চোৰাংচোৱাৰ কিবা ৰিপোৰ্ট মতে বন্ধু ৰূপেশ্বৰৰ ওপৰত চৰকাৰৰ হেনো কিবাকিবি বিষয়ত সন্দেহ হৈছে। আৰু তাৰেই অনুসন্ধানৰ বাবে তেওঁক আজি কাছাৰী ঘৰত হাজিৰ হবলৈ বুলি এয়া আদেশ জাৰি কৰা হৈছে জিলাৰ উপায়ুক্তৰ যোগেদি। আজি দিনৰ বাৰ বজাত তেওঁ তালৈ যাব লাগে। বোধহয় এই পিয়াদাৰ লগতে যাব লাগিব নেকি?

পিয়াদা—হয়। উপায়ুক্তৰ আদেশ মতে মোৰ লগতেই যাব লাগে।

সহঃ শিঃ - তেন্তে আৰুতো উপায় নাই। চৰকাৰী হুকুম পালন কৰিবই লাগিবতো। ওলোৱা। একো ভয় নাই। লাগে যদি ময়ো তোমাৰ লগতে যাওঁ।

ধনে কিনো কথা এইবোৰ! কাৰ কথা! কোনে কয়! ক'ত কি হৈছে! কি হ'ল এই পৃথিৱীখন! কি হ'ল এই মানুহবোৰ!! ওঃ! ওঃ!! কালবো কাল বিপৰীত কাল! বিপৰীত কাল!!

সহঃ শিঃ—বন্ধু!

ৰূপে—( মূৰ দাঙি চায় )।

সহঃ শি—ব'লা। ছুটিমান খাই-বৈ ওলোৱা। পলম হব পাৰেতো। এয়া দহ বাজিলেই ( হাতঘড়ী চাই )। বাৰ বজাত

কাছাৰীত হাজিৰ হবগৈ লাগে। লগতে ময়ো যাম ব'লা। পিয়াদা তুমি অকণ ৰহঁা। আমি কেউজন একেলগে যাম।

ৰূপে—যাম যাম, নিশ্চয় যাম। চৰকাৰৰ আদেশ নিশ্চয় পালন কৰিম। যি লাগে সকলো কৰিম। কিন্তু আজি এই পৃথিৱীখন কাৰ! ইয়াৰ কৰ্তৃত্ব কাৰ হাতত! ভগৱান ক'ত! ভগৱান ক'ত!! ভগৱান কোন!! সি থাকে ক'ত!! সি কৰে কি!!! তাৰ কৰ্তব্য কি!!! (বেৰত আঁৰি থোৱা ছবি কিছুমানৰ পিনে চাব ধৰে) অ! এইখন শ্ৰীকৃষ্ণৰ ছবি! এইজনেই হবলা ভগৱান ভগৱান ভগৱান শ্ৰীকৃষ্ণ! "যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত। অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহং"—ধৰ্মৰ পতন আৰু অধৰ্মৰ উত্থান হলেই বোলে এই জন ভগৱান শ্ৰীকৃষ্ণই নিজকে নিজে সৃষ্টি কৰি, পৃথিৱীত আৱিৰ্ভাৱ হৈ পৰে (বিদ্ৰূপ সূচক হাঁহি মাৰে)। আৰু এইজনাৰ আবিৰ্ভাৱৰ কাৰণ কি? তেওঁ নিজে নিজেই তাৰো উত্তৰ এটা দি লেঠা মাৰি থৈছে বোলে "পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্। ধৰ্ম-সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥" অৰ্থাৎ এওঁৰ অৱতাৰৰ প্ৰকৃত উদ্দেশ্য হ'ল—সাধুৰ পৰিত্ৰাণ, দুষ্টৰ বিনাশ আৰু ধৰ্মৰ সংস্থাপন। (পুনৰ বিদ্ৰূপাত্মক হাঁহি মাৰি) বাঃ! বাঃ! বাঃ! কি মজাৰ ব্যাখ্যা! কি অমোঘ বাণী! কি উত্তম প্ৰচাৰ! (শ্ৰীকৃষ্ণৰ ছবিখনলৈ চাই চাই) হেৰ' শ্ৰীকৃষ্ণ, গোৱালৰ পো শ্ৰীকৃষ্ণ, তই কি এদিন মানুহ নাছিলি? তই মানুহ হৈ আজি ভগৱান হ'লিহি কিদৰে হোঁ! এয়ে কি তোৰ দুষ্ট-দমনৰ নিদৰ্শন! মই দুষ্ট? নহয়? আৰু মোক তই আজি দমন কৰিব ওলাইছ, নহয়? যাঃ! (ছবিখন মাটিত জোৰেৰে দলি মাৰি দিয়ে)।

সকলো—আঃ ! আঃ ! আঃ !! ই কি কৰিলা ৰূপেশ্বৰ ! ই কি কৰিলা তুমি ! কি কৰিলা ! কি কৰিলা ! কি কৰিলা !! শ্ৰীকৃষ্ণৰ ছবি দলিয়াই দিলা !!!

ধনে—হেৰ' ৰূপেশ্বৰ ! তই কি বলিয়া হৈছ নেকি ! বলিয়া হৈছ ?

সহঃ শিঃ– তুমি এইবোৰ কি বলকিছা বন্ধু, শ্ৰীকৃষ্ণৰ মূৰ্তিক এইদৰে অপমান কৰিলা যে ? ছি ছি ছি ! ছি ছি ছি ! ইমান উদ্ধত নহবা, উত্ৰাৱল নহবা বন্ধু। শান্ত হোৱা, ধৈৰ্য্য ধৰা। "ৱিপদি ধৈৰ্য,ম্" ; বিপদত ধৈৰ্য্যইহে পৰম বল।

ৰূপে—মোক উপদেশ নালাগে বন্ধু, উপদেশ নালাগে, উপদেশৰ সীমা পাৰ হৈ গৈছে। মোক ধৰ্ম নালাগে, তাৰ সীমাও পাৰ হৈ গৈছে। ধৰ্মৰ নামত স্থাপিত হোৱা মূৰ্তি যতমানে পাওঁ, আজি মই সেইবোৰ চূৰ্ণ-বিচূৰ্ণ কৰি দিম, ধৰ্মৰ নামত স্থাপিত হোৱা দ'ল, দেৱালয়, মন্দিৰ, থাপনা প্ৰভৃতি ধৰ্মানুষ্ঠান মাত্ৰকে মই ধ্বংস কৰি পেলাম। মই মূৰ্ত কালাপাহাৰৰ অভিনয় কৰি জগতত নতুন তথ্য প্ৰচাৰ কৰিম। কবিৰ কাব্যিক বাণী —"মানুহেই দেৱ, মানুহেই সেৱ, মানুহেই পৰাৎপৰ" —ইয়াক ওলোটাই আজি মই প্ৰচাৰ কৰিম—

"মানুহেই অৰি, মানুহেই বৈৰী, মানুহেই যমদূত।
মানুহেই শাল, মানুহেই শিঙী, মানুহেই ধৰাৰ ভূত ॥"

[ ওচৰতে এখন গোসাঁইৰ থাপনাৰ কাষ চাপি। থাপনাত আছে শৰাই, শৰাইৰ ওপৰত জনাৰ্দন মূৰ্তি, কাষত কীৰ্তন-ঘোষা পুথি, বন্তি, ধূপ-ধুনাৰ পাত্ৰ। ৰূপেশ্বৰে উদ্‌ভ্ৰান্ত হৈ থাপনাৰ পিনে বিদ্ৰূপাত্মক ভাবে চাই চাই বলকিব ধৰে ]

ৰূপে—এয়া কি ! এয়া কি ! হেঃ ! দৈৱকী-নন্দন কৃষ্ণ জনাৰ্দনৰ মূৰ্তি ! ইয়াক মই ( হাত কোচাই যেন ভাঙি পেলাব এনে ভাব

প্ৰদৰ্শন কৰে )—ইয়াক মই—ইচ্ছা কৰিলে এতিয়াই, এই মুহূৰ্ত্তে—( পদাঘাত কৰিব খোজে )।

ধনে—এই, ৰূপেশ্বৰ, কি কৰ, কি কৰ! আজি কি তোৰ মস্তিষ্কৰ বিকৃতি ঘটিছে! দেৱ মূৰ্ত্তিক পদাঘাত!

ৰূপে—এই থাপনাৰ সম্পদ সোপা এটা এটাকৈ প্ৰতিটোকে অগ্নি-বিদগ্ধ কৰি জগতক দেখুৱাম এক নতুন অনাবিষ্কৃত তথ্য—ভগৱান মিছা—ঈশ্বৰ মিছা। এক শ্ৰেণীবিশেষৰ স্বাৰ্থ সিদ্ধিৰ বাবে ই কেৱল অপপ্ৰচাৰ, অভিসন্ধিৰ বাহ্যিক প্ৰকাশ। ভাগৱতৰ শ্লোকত আছে—

"বসুদেৱ-সুতং কৃষ্ণং কংস-চানূৰ-মৰ্দনং।
দৈৱকী-পৰমানন্দং কৃষ্ণং ৱন্দে জগৎ-গুৰুম্।"

এই বসুদেৱ সুত কৃষ্ণৰেই শত সহস্ৰ উপাধি, শত সহস্ৰ বিশেষণ—"হৰে মুৰাৰে মধুকৈটভাৰে গোপাল গোৱিন্দ মুকুন্দ শৌৰে" ইত্যাদি ইত্যাদি ইত্যাদি হাজাৰ হাজাৰ নাম। এই মূৰ্ত্তিক আজি মই শেষ কৰিম ( পুনৰ পদাঘাত কৰিবলৈ আগ বাঢ়ে আৰু ধনেশ্বৰে মানা কৰে, সহঃ শিক্ষকজনেও মানা কৰে )।

সহঃ শিঃ—ধৈৰ্য্য ধৰা বন্ধু, ধৈৰ্য্য ধৰা, ই যে দেৱতাৰ মূৰ্ত্তি। ই যে থাপনা, গোসাঁইৰ থাপনা, তুমি নাজানা?

ৰূপে—নাই, নাই, আজি মই একো নামানো, একো নামানো। মোৰ চিন্তাধাৰাত বাধা নিদিবা। চিৰদিন মই তোমালোকৰ উপদেশ পালন কৰি আহিছোঁ। কিন্তু আজি নকৰো। ধৈৰ্য্যৰো এটা সীমা আছেতো। আজিয়েই শেষ—আজি এই থাপনা মই পদাঘাতে চিৰদিনলৈ শেষ কৰি দিম, নিশ্চিহ্ন কৰি দিম, বিলুপ্ত কৰি দিম [ পদাঘাত কৰিবলৈ ভৰি এখন দাঙোতেই ভিতৰৰপৰা ৰংদৈ দোৱ মাৰি প্ৰৱেশ কৰে ]।

ৰংদৈ—কি কৰে! কি কৰে আপুনি!! কি কৰে!!! গোসাঁইৰ থাপনাত কি কৰে!! [এই বুলি ৰূপেশ্বৰে ভৰি এখন দঙা মাত্ৰকে ৰংদৈ আহি ভৰিৰ আগত দঁঘল দি পৰি যায়; ৰূপেশ্বৰৰ পদাঘাত ৰংদৈৰ দেহৰ ওপৰত পৰিল আৰু তেওঁ কষ্টত ছট্‌ফটাব ধৰিলে। সেই ছট্‌ফটনিত থাপনা কাটি হৈ বাগৰি পৰে; ৰংদৈয়ে চিঞঁৰি চিঞঁৰি কান্দি-কাটি বাগৰি পৰা থাপনাত মূৰটো থৈ হাত জোৰ কৰি প্ৰণাম কৰি দৈহিক আৰু মানসিক কষ্টৰ ভাব প্ৰদৰ্শন কৰি পৰি থাকে। অপ্ৰকাশ্য অন্তৰ্বেদনাত জৰ্জৰিত হৈ ৰূপেশ্বৰেও মূৰে-কপালে হাত দি, কি কৰো কি নকৰো ভাব দেখুৱাই, থাপনাৰ কাষতে বহি নিস্তব্ধ হৈ পৰি যায়। সমস্ত পৰিৱেশ কাঁহ পৰি জীণ যোৱা যেন হয়]। [এজন পিয়নে এখন চিঠি আনে আৰু ৰূপেশ্বৰক অস্বাভাৱিক অৱস্থাত পৰি থকা দেখি চিঠিখন কাক দিওঁ কাক নিদিওঁ কৰে আৰু ধনেশ্বৰ আগবাঢ়ি যায়]

ধনে—অ! ৰূপেশ্বৰৰ চিঠি হবলা! চাওঁ দিয়া, মোৰ হাততে দিয়া (পিয়নে চিঠিখন ধনেশ্বৰৰ হাতত দি গুচি গ'ল আৰু তেওঁ চিঠিখন খুলি সহঃ শিক্ষক জনক দিলে) মাতাহে মাষ্টৰ বোপা, এইখন কিহৰ চিঠি (সহঃ শিক্ষকে চিঠি পঢ়ি চাই স্তম্ভিত হয়)।

সহঃ শি—আচৰিত সম্বাদ মহাদেও!

ধনে—কি?

সহঃ শি—কথা জটিল।

ধনে—হয়নে? কেনে বা?

সহঃ শি—ৰহস্যৰ জাল আপোনা-আপুনি মেল খাইছে। কোনে কয় ঈশ্বৰ নাই, ভগৱান নাই, বিশ্ব-বিধাতা নাই। ভগৱানৰ কৃপাত আজি সকলো ৰহস্য উদ্‌ঘাটন হ'ল।

ধনে—চিঠিত তাকেই লিখিছে?

সহঃ শি—হয়, তাকেই লিখিছে। মাতি যাওঁ, শুনক—

## ফুলেশ্বৰীৰ চিঠি

"আজি মোৰ জীৱনৰ অন্তিম কাল উপস্থিত। গতিকে মই মোৰ কথা অন্তৰ খুলি ৰাইজৰ সন্মুখত প্ৰকৃত সত্য কথা এষাৰ নিবেদন কৰিবলৈ বাধ্য হৈছো। বাঁহবৰীয়া গাঁৱৰ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীৰ চৰিত্ৰৰ ওপৰত বাতৰি কাকতত কেনেকাৰীৰ যিখিনি কথা ওলাইছে, তাৰ লগত নিৰ্দোষী ৰূপেশ্বৰ মাষ্টৰৰ নাম'টা জড়িত হোৱা শুনি, মই বৰ দুখ পাইছো। ই নিশ্চয় তেওঁৰ কোনোবা গুপ্ত শত্ৰুৰ ষড়যন্ত্ৰ। এই সংক্ৰান্তত মই যে দোষী তাত সন্দেহ নাই। কিন্তু মোৰ লগত যিজন লোক প্ৰকৃততে আসক্ত আছিল তেওঁ ৰূপেশ্বৰ মাষ্টৰ নহয়। তেওঁৰ নাম মই কেতিয়াও ব্যক্ত কৰিব নোৱাৰিম।

হাজাৰ দোষে দোষী হলেও, সেই দোষী জনেই এসময়ত মোক এই স্কুলৰ শিক্ষয়িত্ৰী পদত নিয়োগ কৰাত আপ্ৰাণ চেষ্টা কৰিছিল, আৰু তাৰ বাবে মই তেওঁৰ ওচৰত চিৰকৃতজ্ঞ। আজি মই এক অগ্নি-পৰীক্ষাৰ সন্মুখীন হলেও, সেই উপকাৰৰ কথা পাহৰিব নোৱাৰো। উপকাৰীৰ প্ৰতি কৃতজ্ঞ নহৈ কৃতঘ্ন হব নোৱাৰো, কেতিয়াও নোৱাৰো। তেওঁৰ চৰিত্ৰৰ ওপৰত অপযশ অনা মানে আমাৰ এই অঞ্চলটোৰ ৰাইজৰ ওপৰত অপযশ অনা; আৰু সেয়ে হবলৈ হলে, বজাৰে প্ৰজাৰে কেউপিনে অপযশৰ জাউৰি উঠিব। আইনৰ ওচৰত তেওঁ হাজাৰ দোষে দোষী হলেও, হাজাৰ জনে তেওঁৰ চৰিত্ৰৰ ওপৰত কলংক আনিলেও, তেওঁক ঠগ, ভণ্ড, প্ৰবঞ্চক আখ্যা দিলেও, মই নোৱাৰিম, মই নোৱাৰিম, মই কেতিয়াও নোৱাৰিম। তেতিয়া মই মানুহ বুলি মানুহৰ সমাজত পৰিচয় দিব নোৱাৰিম। ঈশ্বৰে মোৰ আয়ুসেৰে তেওঁৰ

আয়ুস শতধা বৃদ্ধি কৰক। তেওঁক দীৰ্ঘায়ু কৰি সুখে সন্তোষে কাল কটাবলৈ সুবিধা দিয়ক। এয়ে মোৰ অন্তৰৰ অন্তিম মিনতি।

ইতি

ইং ৭/১০/৭৪
বাঁহবৰীয়া গাওঁ,
পোঃ আঃ মৰিয়ণী
( শিৱসাগৰ )।

শ্ৰীকুলেশ্বৰী দেৱী।

[ যৱনিকা ]

# ময়ো আজি কবি হলোঁ

## চৰিত্ৰ

উত্তম বৰুৱা—বোমাৰী অঞ্চলৰ শিক্ষা-সঞ্চালক; আধুনিক কবি।

পৰশু দাস—উত্তম বৰুৱাৰ বন্ধু

প্ৰিয়ৰাম— ,, ,, কৰ্মচাৰী

ড° বুদ্ধীন্দ্ৰ বৰঠাকুৰ—সমালোচক (নেপথ্য চৰিত্ৰ)।

## দৃশ্য

[ উত্তম বৰুৱাৰ কাৰ্য্যালয়ৰ কোঠা। কেউপিনে কিতাপ-পত্ৰ, চকী, মেজ আদি। হঠাৎ ফোন আহিল আৰু প্ৰিয়ৰাই ফোন হাতত লৈ কথ ধৰিলে ]

প্ৰিয়— হেলো? হেলো? ওঁ, কওক। হয় হয়। এয়া শিক্ষা-সঞ্চালকৰ কাৰ্য্যালয়। মই কোন? হেঃ! মই ইয়াৰে কৰ্মচাৰী। (আকৌ শুনি) অ আপুনি! মই আকৌ ড° বৰঠাকুৰ, বুলিছে…, শুনক বাৰু দেই, শুনক, মই সেই কথাটো ইতিমধ্যে বৰুৱাৰ কাণ চোৱাইছো … … বাৰু, বাৰু, আপুনি জানেইতো আধুনিকা বা আজিকালিৰ ছোৱালী বুলিলে কি বুজায়।

[ উত্তম বৰুৱা আহিল। প্ৰিয়ৰামে ফোন এৰি বৰুৱাক নমস্কাৰ জনালে আৰু কিছুমান ফাইল আনি বৰুৱাৰ আগত থলে। পুনৰ ফোন আহিলত প্ৰিয়ৰাই ফোন হাতত লৈ কথ ধৰিলে ]

অ বুজিছো বুজিছো! ছোৱালী ক'ই, ক্লাচ্ ক'ই, হৈছে। বেচ্, তেখেতক মই কথাষাৰ এইমাত্ৰ জনাম।

উত্তম— কিহৰ ৰবৰহে প্ৰিয়!

প্ৰিয়— আমাৰ মিনতিৰ খবৰ। অলপ আগতে যে খবৰটো আহিছিল তাই ফ'ৰ্ষ্ট ক্লাচ পোৱা বুলি, কেৱল সেয়ে নহয়; তাই ফ'ৰ্ষ্ট ক্লাচ ফ'ৰ্ষ্ট হৈছে বোলে।

উত্তম— হয়?

প্ৰিয়— ওঁ।

উত্তম— খবৰটো দিছে কোনে?

প্ৰিয়— (পাহৰা যেন হৈ)—সেই যে ড' বৰঠাকুৰ নে কোন!

উত্তম— অ বুজিছো বুজিছো। মিনতি অ' (নেপথ্যত 'দেউতা' বুলি মাত দি ওলাই আহিল)। পাইছ পৰীক্ষাৰ খবৰটো?

মিনতি— (উত্ৰাৱল হৈ) কি! ওলাল পৰীক্ষাৰ খবৰ! কোনে ক'লে!

উত্তম— ঐ ৰ ৰ ৰ; তোৰ তৎ নোহোৱা হ'ল কিয়? শুন শুন, ফ'ৰ্ষ্ট ক্লাচ পাইছ বোলে।

মিনতি— কোনে ক'লে?

উত্তম— এয়া খবৰ আহিল যে কোনত। কেৱল ফ'ৰ্ষ্ট ক্লাচেই নহয় বুইছ, আৰু আছে শুন (মিনতিয়ে কাণ পাতি থিয় দিয়ে)। আগতে চাহ-মিঠাইৰ জোগাৰ কৰগৈ যা, মাৰক কগৈ। তই বোলে, ফ'ৰ্ষ্ট ক্লাচ ফাৰ্ষ্ট হৈছ।

(মিনতি আনন্দত বিভোল হৈ বেগাই ভিতৰৰ পিনে গ'ল; লগে লগে নেপথ্যত ৰেডিওত গীতৰ ৰেকৰ্ড এখনি বাজি উঠিল; ৰেকৰ্ডত আমোদ-জনক বাদ্য বাজনা শুনা গ'ল; তাৰ পাচত উত্তম বৰুৱাই হাতত এখন আলোচনী লৈ বিৰক্তিৰ ভাব প্ৰকাশ কৰে) এইখন কি আলোচনী? অ 'ভাস্কৰ'! কবিতাৰ সংগ্ৰহ! হেঃ! এনে কবিতা সোপাৰ সংগ্ৰহ!! বাকী নাই আৰু!!

হুঃ (খঙত দলি মাৰি দি ল আৰু অইন এখন হাতত লৈ) এইখন কি! 'কামৰূপা'; এও আধুনিক কবিতাৰ সমষ্টি! হেঃ, বাকী নাই আৰু! (দ'ল মাৰি পেলাই) এই 'কামৰূপা' খনলৈকে মোৰো এটা কবিতা পঠোৱা হৈছিল নহয়নে প্ৰিয়?

প্ৰিয়— হয়; চাওঁৰ'ৰ(কাইল্ চাই) এয়া, যোৱা মাহৰ সাত তাৰিখে পঠোৱা হৈছিল চাৰ্; কি! প্ৰকাশ নহ'ল তেন্তে!

উত্তম— বাক বাদ দিয়া সেইবোৰ কথা। চৰকাৰী অনুদানৰ বাবে দৰখাস্ত কৰা কাগজ-পত্ৰবোৰ উলিওৱাচোন; চোৱা যাওক এইবাৰ কোন কোন কাকতে চৰকাৰী অনুদান বিচাৰিছে আৰু এই কাকত দুখনে বিচাৰিছে নে নাই, মানে 'ভাস্কৰ' আৰু 'কামৰূপা'ই।

প্ৰিয়— (কাইল্ চাই) ওঁ, বিচাৰিছেতো।

উত্তম— চাওঁ সিহঁতৰ দৰখাস্তবোৰ (প্ৰিয়ই দৰখাস্তবোৰ দিলে আৰু বৰুৱাই উগ্ৰমূৰ্তিৰে সেইবোৰ পঢ়ি চাই ছিৰাছিৰ্ কৈ ফালি পেলালে; এনেতে দুৱাৰত বাহিৰৰ পিনে শব্দ হ'ল। প্ৰিয়ই দুৱাৰ খুলি দিলে, আৰু পৰশুৰাম সোমাই আহিল) অ! কম্ৰেড্ দাস দেখোন?

পৰশু— হয়। কিন্তু আজি তোমাৰ এই উগ্ৰমূৰ্তি কিয় কম্ৰেড্ বৰুৱা। কাগজ-পত্ৰবোৰ ফালিব ধৰিছা যে? (দুখন এখন আনি চাব ধৰে)।

উত্তম— মিত্ৰাক্ষৰ! মিত্ৰাক্ষৰ ছন্দ! কাল শত্ৰু তই মোৰ! 'কবিতা-সংগ্ৰহ', 'কবিতা-কুঞ্জ', 'এই বছৰৰ শ্ৰেষ্ঠ কবিতা'; ইতদিনে তইঁতৰ ৰাজত্ব চলিল, অবাধ ৰাজত্ব! কি আছে এই ছন্দ সোপাত, কুটুকাৰ কেন সোপাত! দুলৰি, লেচাৰি, জুনা ফুনা নে কি? এই ছন্দ সোপাত! কাৰ মাথাত খেলাইছিল বা এই নামবোৰ, কোন দেশত, কোন ফুক্ষণত, কোন সমাজত!!

পৰশু— হেঃ! অৱশ্যে অৱশ্যে—

উত্তম— কিন্তু, আৰু নাই, আৰু নাই! সেইদিন আৰু নাই, বুইছে?

পৰশু— (নিজৰ 'বেগ'ৰপৰা এখন আলোচনী দেখুৱাই) এয়া চোঁৱা কম্ৰেড্।

উত্তম— অ! 'দ্বিতীয়াৰ জোন' ওলাল ?

পৰশু— ওঁ, 'দ্বিতীয়াৰ জোন' ওলাল ; এয়া চোঁৱা, ভালদৰে চোঁৱা। [ উত্তম ৰকৰাই চাব ধৰে ]

উত্তম— তুমিতো দেখিছো কম মানুহ নোহোৱা কম্ৰেড্। আমাৰ সভাৰ প্ৰস্তাৱটো সাউৎকৰে কাৰ্য্যত পৰিণত কৰিব পাৰিলা যে! বেছ, ধন্যবাদ, থেঙ্ক্ ইউ, থেঙ্ক্ ইউ। ( কান্ধত চাপৰ মাৰিব ধৰে )।

পৰশু— আৰু তোমাৰ সেই কবিতাটোও—'ইলেক্ট্ৰিক্ প্ৰেম' যে, এয়া চোৱাঁ।

উত্তম— ( কবিতা চাই আনন্দ প্ৰকাশ ) 'ইলেক্ট্ৰিক্ প্ৰেম !!' এই কবিতাটো মই বৰ লৰালৰিকৈ লিখিছো বুইছা ; আৰু অলপ সময় পোৱা হলে—হয়তো—আৰু কিছু ভাল কৰিব পাৰিলো হয়।

পৰশু— তেও বুলি বেয়া হোৱা নাই কম্ৰেড্। আৰু এটা কথা—কবিতাৰ গুণাগুণ প্ৰকৃততে ধৰা পৰে ক'ত জানা ? আবৃত্তিত ; বুইছা, আবৃত্তি কৰি গ'লেহে বেছ ধৰিব পাৰি, কোনটো ভাল, কোনটো কেনে। শুনা, মই আবৃত্তি কৰি যাওঁ—

উত্তম— বাৰু, বেছ। আবৃত্তি কৰা।

পৰশু— ( সুৰ ধৰি গান ধৰে )

"মৰমৰ প্ৰেয়সী, প্ৰাণৰ লাহি,
মোৰ দেহাৰ শিৰে শিৰে, শিৰে শিৰে—
কি বয় জানা ? দেখিছা ?
নাই, দেখা নাই, তুমি দেখা নাই,
মই দেখা নাই, কেয়ে দেখা নাই !!
প্ৰেমৰ কাৰেণ্ট্।" ( মুখত ৰুমাল লৈ হাঁহে )
... ... ... ... ... ... ... ...

'দেশ,' কাল, সমাজ-বাখ্যোন—
আঁতৰি যায়, আঁতৰি যায়, আঁতৰি যায়।
ৰবচুৰী ক'ত! ইলোৰা কিমান দূৰ!
নাই মোৰ ভূগোলৰ জ্ঞান।
কিন্তু, ই কি! ই কি!!
কোহিমাত ব্যোম! ব্যোম! ব্যোম!!

(প্ৰিয়ৰ পিনে চাই) কবিতাটো শুনি তুমি বা কেনে পাইছা?

প্ৰিয়—ইয়াতকৈনো আৰু লাগিছে কি! ইয়াত ভাব আছে, ভাষা আছে, ৰস আছে। মিত্ৰাক্ষৰী কবিতা ৰচনা কৰি আমাৰ পানীৰাম হাতীকাকতীয়ে সিবাৰ যে পদ্মশ্ৰী উপাধি পাইছিল, সেইবোৰ কবিতাতকৈ আমাৰ এখেতৰ কবিতা কোনো গুণেই বেয়া নহয়, কোনো পধ্যেই বেয়া নহয়।

উত্তম— মোৰচোন এটা কটোও দিছাহে কমৃবেড্?

পৰশু— নিদিম কিয়? ইয়াকে বোলে প্ৰচাৰ বা পাব্লিছিটি; কেৱল কটোৱেই নহয় কমৃবেড্, আৰু আছে আৰু আছে। ড° বুদ্ধীন্দ্ৰ বৰঠাকুৰৰ হতুৱাই এই কবিতাটোৰ এটা সমালোচনাও লিখাইছোঁ নহয়, অৰ্থাৎ ক্ৰিটিকেল্ এপ্ৰিচিয়েট্।

উত্তম— কি! ড° বুদ্ধীন্দ্ৰ বৰঠাকুৰে সমালোচনা লিখিছে মোৰ কবিতাৰ ওপৰত!

পৰশু— ওঁ, লিখিছেতো; অ! লিখিছে বুলিলে অৱশ্যে ভুলা হয়, লিখাইছোঁ। অহা সংখ্যা আমাৰ এই কাকতত প্ৰকাশ কৰিব লাগিব।

উত্তম— কিন্তু, কিন্তু (অলপ পৰ ভাবি)—কি বা লিখিছে সমালোচনা, আৰু যি লিখিছে তাকেই ছপোৱা উচিত হব জানো?

পৰশু— সেই বিষয়ে আপোনাতকৈ মই বেছি সতৰ্ক হৈ আছো আৰু এই বিষয়ে লিখাৰ আগে আগে, বিকল ইংগিত

বা চাজেশ্চ্যন্ দিব লাগে, মই দিছোঁৱেই নহয়। অৱশ্যে, তেওঁৰ সময় নাই বুলি কৈছিল পোনতে, কিন্তু পাছত মান্তি হ'ল কোনোমতে। তেওঁৰ লিখা এয়া মোৰ লগতে আছে (বেগৰপৰা উলিয়াই)। চাব? গো অন্ বিডিং।

উত্তম— পঢ়ি চা'বলৈ মোৰ ধৈৰ্য্য নাই বুইছা।

পৰশু— প্ৰকৃত কবিয়ে সমালোচনা পঢ়ি ভালো নেপায় অৱশ্যে। বাক, আপুনি পঢ়িব নেলাগে, ময়েই মাতি যাওঁ তেন্তে?

উত্তম— বাক, যদি ইচ্ছা কৰা মাতিব পাৰা।

পৰশু – বাক, শুনক (উচ্চস্বৰে মাতিব ধৰে। তেওঁ মাতি যোৱাৰ লগে লগে বৰুৱাই আনন্দত উৎফুল্ল হৈ বিবিধ অৰ্থ-ব্যঞ্জক অংগি-ভংগি কৰি ইপিনে সিপিনে অহা-যোৱা কৰিব ধৰে)।

"ইলেক্‌ট্ৰিক্ প্ৰেম। ৰচনা—উত্তম বৰুৱা। কবি উত্তম বৰুৱা অসমীয়া কাব্য-জগতত নতুন নহয়। আজি প্ৰায় দুই দশক ধৰি তেওঁৰ কবিতা ৰাজিয়ে আমাৰ কাব্য-কানন শুৱনি কৰি ৰাখিছে। তেওঁৰ কবিতা অসমীয়া কাব্য-কাননৰ একোপাহি সুগন্ধি ফুল। আলোচ্য কবিতাটিৰ নামটোৱেই সাম্প্ৰতিক যুগ-গন্ধী। আজি বিজ্ঞানৰ যুগ। ৰেল, জাহাজ, টেলিগ্ৰাম, টেলিফোন—এই আটাইবোৰতে আছে ইলেক্‌ট্ৰিক্ অৰ্থাৎ বিজুলী শক্তিৰ বিজয় উল্লাস। বিজ্ঞান জগতৰ এই মহীয়সী শক্তিয়ে কলা-জগততো নানা ধৰণে ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰিব ধৰিছে। কবি-শিল্পীয়ে তাৰ কিবা উৱাদিহ পায় জানো? নাপায়, পাব নোৱাৰে; কিন্তু ভাব-বিহ্বল হৈ সকলোকে আকোৱালি লব খোজে তেওঁ।" [এনেতে উত্তম বৰুৱা ভাব-বিহ্বল হৈ হাত দুখন মেলি কাৰবাক সাৱটি ধৰিব যেন কৰি মজিয়াত অচেতন হৈ অৰ্দ্ধ-শায়িত হৈ পৰে]। ই কি হ'ল কম্‌ৰেড্, কম্‌ৰেড্!!

প্ৰিয়— কি হ'ল! কি হ'ল! [দুয়ো তেওঁক ধৰি ভালদৰে বহুৱাই দিয়ে আক তেওঁ প্ৰিয় আৰু পৰশুবাবুক কাষত পাই,

ছুয়োকে হাত ছুখনেৰে সাৱটি ধৰে। ছুয়ো লাজতে হাঁহি হাঁহি আঁতৰি আহিব খোজে। পৰশু থিয় হয় ]

পৰশু— কম্‌ৰেড্ ( উত্তম বৰুৱাই চকু ছুটা চেল্ খুৱাই চাই থাকে ), শুনা, সমালোচনা শুনা, আৰু আছে। "তেওঁৰ মতে কৃষি শক্তিকাৰ ইলেক্‌ট্ৰিক্ শক্তিৰ যি অসাধাৰণ প্ৰভাৱ, কৃষি শক্তিকাৰ কবিতাৰো তদ্ৰূপ। ৰবড়ুবী আৰু ইলোৰাৰ ব্যৱধান আজিৰ বিজ্ঞানে আঁতৰাই পেলাইছে। বিজ্ঞানৰ বলত সাগৰ নগৰ আৰু নগৰ সাগৰ হৈছে। আজিৰ যুগ আন্তৰ্জাতিক আদান-প্ৰদানৰ যুগ ; আন্তঃ-ৰাষ্ট্ৰীয় মিলন-মহোৎসৱৰ যুগ ; বিশেষকৈ, কলা-কৃষ্টি, শিল্প-সাহিত্য জগতত ই জ্বল্-জ্বল্ পট্-পট্ [ উত্তম বৰুৱা উঠি পুনৰ থিয় হৈ আগৰ দৰে অংগি ভংগি কৰিব ধৰিলে]। আজি আমাৰ কাব্যই উদ্যোগ-সমূহকো সাৱটি লয় ; নামঘৰ, মন্দিৰ, গিৰ্জা, মছ্‌জিদৰ সৈতেও মিতিৰালি পাতে। উত্তম বৰুৱাৰ কবিতা সমূহতো আজি আমি তাকে পাওঁ।"

[ নেপথ্যত বিবিধ বাদ্যধ্বনি শুনা যায় আৰু মাজে মাজে শুনা যায় সমদল-ধ্বনি 'জয় বস্তুপীঠ সাহিত্য সভাৰ জয়' —একাধিকবাৰ ]

উত্তম— অ ! এয়া বস্তুপীঠ সাহিত্য সভাৰ সমদল যাত্ৰা। আজি আবেলি এই সভাৰ মুকলি অধিৱেশন হব। সিদিনাৰ সভাত তোমাক দেখা নাপালো যে কম্‌ৰেড্ ? আজি কিন্তু যাব লাগিব দেই জৰুৰ।

পৰশু— আজি জৰুৰ যাম, চাৰ্‌টেইন্‌লি আই উইল গো। শুনা, শুনা, আজিৰ সভাত, আজিৰ সভাত—ব'ৰ ; এটা কথা নহয়—সমালোচনাখিনিৰ পাঠ অন্ত হোৱা নাই যে ?

উত্তম— আৰু আছে ?

পাহত— উঁ; এয়া যে, আকৌ সুদীর্ঘ এছোৱা বাকী। ড° বৰঠাকুৰৰ কলমৰ জোৰ কম জানো! এবাৰ আৰম্ভ কৰিলে বেগেতে অন্ত নপৰেই নহয়; মোৰ মাতি মাতি ভাগৰেই লাগিল। এইবাৰ নহলে আমাৰ প্ৰিয়বালেই বাকী অংশ পাঠ কৰি শুনাওক। লেট্ হিম্ ৰিড্।

প্ৰিয়— বাৰু, দিব পাৰে (প্ৰিয়বালে পাঠ কৰিব ধৰে)। "বকৰাৰ কাব্যত আছে ধৰ্ম, অৰ্থ, কাম, মোক্ষৰ অপূৰ্ব্ব সমন্বয়। গান্ধীবাদ, মাৰ্ক্সবাদ, সমাজতন্ত্ৰ, গণতন্ত্ৰ আদি সৱাকে একেডাল সাকোঁৰে লগ লগাই, তেওঁ ৰচনাক এক উদাৰ, অসীম, মহা-মহীয়ান্ ৰূপত গঢ় দি তুলিছে। ছায়ামূৰ্ত্তি তথা ভাৱমূৰ্ত্তিৰ হ্ৰস্ব-দীৰ্ঘ ৰূপ লৈ, তেওঁৰ কবিতাই মানুহৰ তুষ্টি সাধন কৰে। বিশ্বব্ৰহ্মাণ্ডখন অস্থিৰ; শক্তিমন্তৰ ৰাক্ষসী গ্ৰাসত শক্তিহীন; গতিকে, স্থিতিৰ নোৱাৰে। সেয়েহে য'তে ত'তে খাৰ, বাৰুদ, কামান, বন্দুকৰ অবিশ্ৰান্ত আৱাজে বসুধা কঁপায়।

(ইমান পৰে বকৰাই থৰ্ লাগি শুনি আছিল; এইবাৰ উদ্‌ভ্ৰান্ত হৈ সুৰ ধৰি গাব ধৰিলে)—

বন্দুকৰ গুলীবৰ্ষণ,
ঢাক্-ঢোল-তাল-খোলৰ আৱাজ—
মাকৰ কোলাত কেঁচুৱাই চক্ খায়!
গৰ্ভৱতীৰ বুকু কঁপে।
ধাইজনীয়ে গায়—
'কাণ-খোৱা এ আহিৰি ৰাতি,
তোৰে কাণ কাটি লগাম এ বাতি।'
দিনমণি অস্ত গ'ল।
অন্ধকাৰ ৰাক্ষসীয়ে পৃথিৱী গিলিলে!
মই চিৰাজী পিম—

এৰটল, দুৰটল, তিনিবটল—
নহয়, নহয়, নহয়; আৰু বেছি
আৰু বেছি; এক, দুই, তিনি, চাৰি—
বটল আছে শাৰী শাৰী। [এই দুশাৰী দুবাৰ গায়]
(কোঠাৰ এপিনে থকা কেইটামান বটল হাতত লৈ আনন্দ প্ৰকাশ। এনেতে পৰশুৰামে প্ৰিয়ৰামৰ কাণে কাণে কিবা কয় আৰু সেই কথাকে প্ৰিয়ই উত্তম বৰুৱাক কাণে কাণে কোৱাত ভেওঁ যেন কিবা এটা পাহৰা কথা সুঁৱৰি উত্তৰ দিয়ে)।

উত্তম—শুনা কম্‌ৰেড্, তোমাক সিদিনা দিয়া প্ৰতিশ্ৰুতিটোৰ আজিয়েই লেঠা মাৰিম বুলিছো। প্ৰিয়, শুনা, আমাৰ কাৰ্য্যালয়ত সহকাৰী কৰ্মচাৰীজনৰ অনুমোদনটো চাওঁ (প্ৰিয়ই ফাইল্ দেখুৱায়); ওঁ, বেছ, চৰকাৰৰ অনুমোদন আহিল যেতিয়া, কমৰেড্ দাসৰ নিয়োগ-পত্ৰখন এতিয়াই টাইপ্ কৰি দি দিয়া, বুজিছা।

প্ৰিয়—ভাল (টাইপ্ কৰিব ধৰে। পৰশুৰ মনত অপাৰ আনন্দ)।

পৰশু—বুজিছা বৰুৱা, ড° বৰঠাকুৰৰ এই সমালোচনাটো আমাৰ দ্বিতীয় সংখ্যা কাকতত প্ৰকাশ কৰিম। তৃতীয় সংখ্যাত তোমাৰ সেই যে সুদীৰ্ঘ কবিতাটো…কি নাম আছিল জানো…কি নাম…সেই দিনা চিনেমা হলৰ আগতে যে দিছিলা মোৰ হাতত!

উত্তম—কোনটো কবিতাৰ কথা বা! ময়ো পাহৰিলো।

পৰশু—ব'বা ব'বা, ওৱেট্ এ-বিট্। (যেগত হাত ভৰাই বহুতো কাগজ-পত্ৰ চাই চাই, তাৰ মাজৰপৰা কবিতা এটা উলিয়াই) এয়া, এয়া, ওলাইছে। এইটোৱেই সিদিনাৰ কবিতাৰ দ্বিতীয় কপী।

উত্তম—নামটো কি আছিল?

পৰশু—নামটো হৈছে, 'সাউদৰ লাউখোলা', মাস্তিম ? ৰেল্ আই বিচাইট্ ?

উত্তম—মাতাচোন বাক কেইশাৰী মান, মাস্তি যোৱা।

পৰশু—( মাস্তিৰ ধৰে ) "সাউদৰ লাউখোলা,"

"ইৰিণা বিৰিণাৰ মাজে মাজে··"

( পাত লুটিয়ালে ) অ' বাকীখিনি যে নাই!

উত্তম—বাকীখিনি কি হ'ল! চোঁৱাচোন ভালদৰে।

পৰশু—( বেগটোৰ কাগজ সোপাকে উলিয়াই জাৰি জোকাৰি চাই ) ক'তা! কবিতাটো নাই দেখোন! কি কৰা যায়!

উত্তম—বাক, কোনো কথা নাই। মই এতিয়াই গাই যাব পাৰো।

পৰশু—আছে জানো মনত ?

উত্তম—হেঃ হেঃ হেঃ ( হাঁহিৰ ধৰে )! নিজৰ কথা নিজে কৰলৈ বেয়া লাগে বুজিছা। ইচ্ছা কৰিলে, মই বুজিছা, মই ···মই···মই—।

প্ৰিয়—মই বুজিছো তেখেতৰ মনৰ কথা। ( পৰশুৰ প্ৰতি ) স্বভাৱ কবিনো বোলে কাক জানেনে ? এ পয়েট্ ইজ্ বৰ্ণ্, নট্ মেড্। বোলো স্বভাৱ-কবি, স্বভাৱ-কবি !!

পৰশু—ওঁ! যথা ইচ্ছা তথা বাট! যথা ইচ্ছা তথা বাট !! হোৱেৰ্ ডেয়াৰ্ ইজ্ এ উইল, ডেয়াৰ্ ইজ্ এ ওয়ে।

প্ৰিয়—তেন্তে সেয়ে। তেখেতে যি গাব সেয়ে কবিতা বুলি পৰিগণিত হব।

পৰশু—অঃ! সেইখিনি কথা মযোতো নজনা নহয়।

প্ৰিয়—তেন্তে আৰু কি!

পৰশু—তেন্তে কোৱা কম্‌বেড্, বাকী অংশ পূৰ হৈ যাওক। মুখস্থ আছে ?

উত্তম—হেঃ! সেইবোৰ কথানো কি সোধা হে! মই ক'ব লাগে যদি কৈ যাওঁ। কি আছিল প্ৰথম শাৰীটো ?

পৰশু—"হৰিণা বিৰিণাৰ মাজে মাজে…"

উত্তম—তেন্তে তাৰ পাছত লিখা—

"জীৱনৰ সৰীসৃপ…" (প্ৰিয়ৰ পিনে চাই) প্ৰিয়, তুমি শৰ্ট্‌ হেণ্ড্‌ টাইপত লিখি যাবাচোন মই কোৱা কবিতাৰ শাৰীবোৰ।

[ প্ৰিয়ই 'বাক' বুলি শলাগি লিখিব ধৰে ]

"সাতৈদৰ লাখ টকা

সাগৰত তাহে ; ভস্ম হয় গৰ্ব তাৰ ;

ছুৱাৰ দলিত তাৰ—

লেলিহান জিভা মেলি আছে

লাখ লাখ শত্ৰুৰ দল… … (ডট্‌ ডট্‌ ডট্‌)

লুইতৰ দোকোল-টকা পানী,

তাত শিল ওপঙে, পৰ্বত ভাহে… … (ডট্‌ ডট্‌ ডট্‌)

পদ্মৰ পাহি তল যায়… …" ( " " " )।

[ নেপথ্যত ঢোলৰ মাত ; সকলো কেইজনে সেই পিনে থৰ্‌ লাগি চাই ৰয়। এজন ল'ৰা আহি উত্তম বৰুৱাক নমস্কাৰ জনাই এখন নতুন আলোচনী দি গ'ল ]

উত্তম—অ! 'সু-প্ৰভা' আলোচনীখনো ওলাল?

পৰশু—অ! এই 'সু-প্ৰভা' আলোচনীখন কম্‌ৰেড্‌, শুনা, এইখন আমাৰ 'দ্বিতীয়াৰ জোন' কাকতৰ সহযোগী আলোচনী ৰূপে প্ৰকাশ কৰা হৈছে

উত্তম— ওঃ! বেছ বেছ, নীৰৱ কৰ্মী তুমি কম্‌ৰেড্‌, চাওঁ হাত দিয়া ( কৰ-মৰ্দন কৰে আৰু পিঠিত চপৰিয়াই বাঃ বাঃ দিয়ে )। আজি আমাৰ সমাজত এনে নীৰৱ কৰ্মীৰেই প্ৰয়োজন। প্ৰিয়, এটা কাম কৰা ; তিনিহেজাৰ টকাৰ চেক্‌ এখন লিখি আমাৰ এই কম্‌ৰেডৰ হাতত এতিয়াই দি দিয়া। এই টকা বছেৰেকীয়া চৰকাৰী অনুদান ৰূপে

'দ্বিতীয়াৰ জোন'ৰ বাবে দিয়া হ'ল বুলি বহীত লিখি ৰাখা (প্ৰিয়ই লিখিব ধৰে)।

পৰশু সঁচাকৈয়ে "কৰ্ ওৱাণ্ট্ অব্ মণি" অৰ্থাৎ অৰ্থৰ অভাৱতেই আজি আমাৰ সাহিত্য, শিল্প আদি বিভাগবোৰৰ কামবোৰ সুসম্পন্ন হৈ নুঠে। 'দ্বিতীয়াৰ জোন'ৰ সহযোগী স্বৰূপে 'সু-প্ৰভা'ৰ শুভ উদ্‌বোধন হ'ল।

উত্তম— বৰ ভাল কথা, বৰ ভাল কথা; মেনি থেঙ্ক্‌চ্ কম্‌ৰেড্ দাস। এতিয়া কথা হৈছে, এইবোৰৰ উচিত প্ৰচাৰৰ বাবে আমি সকলোৱে আগবাঢ়ি আহিব লাগে। 'ৰত্নপীঠ সাহিত্য সভা'ৰ দৰে আমাক সাহিত্য অনুষ্ঠান লাগে; আৰু এখেত অৰ্থাৎ দাসৰ দৰে আমাক সংগঠক লাগে (অফিচ্ এণ্ড্ অৰ্‌গেনাইজাৰ্)।

পৰশু – আৰু এখেত বকৰাৰ দৰে উদাৰ মহানুভৱ কবি সাহিত্যিক লাগে (পয়েট্ উইথ্ এ ওৱাইড্ স্কোপ্)।

উত্তম— আৰু লাগে কেনে মানুহ জানা? ড° বৰঠাকুৰৰ দৰে সমালোচক অৰ্থাৎ সুক্ষ্ম সমালোচক, চতুৰ সমালোচক চাউণ্ড্ ক্ৰিটিক্।

পৰশু— সঁচাকৈয়ে অতি সুক্ষ্ম আৰু নিৰপেক্ষ ফ্ৰি এণ্ড্ চাউণ্ড্ সমালোচক সেইজন; ড° বুদ্ধীন্দ্ৰ বৰঠাকুৰ।

প্ৰিয়— (ফোন বাজিল আৰু প্ৰিয়ই ধৰি সুধিলে—"সেয়া কোন? কোনে কৈছে?) অ! আপুনি ড° বৰঠাকুৰ? কওক, কওক, অ সেই বিষয়ে? (হাঁহি) মই ইতিমধ্যে ভেখেতৰ কাণ ফোৱাইছোৱেই নহয়। (আকৌ ফোন শুনি) ওঁ, বাৰু হব, হব, খুব সত্বৰ হৈ যাব। মোৰ চেষ্টাৰ ত্ৰুটী নকৰো। বাৰু, এৰিলো তেন্তে" (ফোন এৰিলে)

পৰশু— শুনিছা কম্‌ৰেড্, 'সু-প্ৰভা'ৰ প্ৰথম সংখ্যাটো বৰ আনাময় প্ৰকাশ হ'ল দিয়া, অন্ততঃ প্ৰবন্ধৰ বাবে অকণো

চিন্তা কৰিব লগা নহ'ল। কেইজনমানে উপযাচি প্ৰবন্ধ-পাতি দি থৈ গ'ল আৰু 'কামৰূপা' মুদ্ৰণালয়ে অতি সোনকালে মুদ্ৰণ-কাৰ্য্য কেনা সমাপ্ত কৰি দিলে। অৱশ্যে প্ৰাপ্য ধনখিনিহে আদায় দিবলৈ বাকী। কিন্তু অহা সংখ্যাৰ বাবে তুমি কবিতা এটা দিব লাগিব দেই।

উত্তম— হব বাৰু।

পৰশু— এইবাৰ মই ভাবিছো কি জানা? আলোচনী প্ৰকাশ হোৱাৰ আগতে এখন ভালকৈ বিজ্ঞাপন দিম (এড্ভাৰ্টাইজ্মেণ্ট্)। তাত প্ৰবন্ধবোৰৰ নাম আৰু লিখকৰ নাম ধাম আদি থাকিব। এতেকে তুমি যদি মোক অনুগ্ৰহ কৰি আজিয়েই কৈ দিয়া, কি বিষয়ে কবিতা লিখিবা, মই কাইলৈকে তাৰ নাম, ধাম আৰু পৰিচয় দি বিজ্ঞাপন দি দিব পাৰো। তেন্তে, তোমাৰ কবিতাটোৰ নাম কি হ'ব বাৰু ক'বানে এতিয়াই ('নেইম্ এণ্ড্ স্লাইট্ ইণ্ট্ৰোডাক্শ্যন্')?

উত্তম— নেইম্ বা নাম! এঃ! নামৰনো কি অভাৱ হে! নামৰ অভাৱ নাই, বিষয়ৰ অভাৱ নাই। এটা ললেই হ'ল।

পৰশু— যেনে, ফৰ্ এগ্জাম্প্ল্—

উত্তম— যেনে, ধৰা, গৰু, ম'হ, হাতী, ঘোঁৰা, হাটকৰা, বাটকৰা, নদ-নদী, পোক-পতংগ, কেৰেলুৱা, মেৰেলুৱা, কুমজেলেকুৱা, নাইপিয়া, তেজপিয়া, ইত্যাদি ইত্যাদি ইত্যাদি, আৰু কত কি হব পাৰে, কত নাম কব পাৰি, কত কবিতা লিখিব পাৰি; কত ৰকমৰ, কত' ধৰণৰ, কত বৰণৰ।

পৰশু— হেঃ, কিনো কোৰাঁহে বকৰা, ফাজ্লামি নকৰিবাচোন।

উত্তম— ফাজ্লামি নহয় বুইছা, ঠিকেই কৈছো। একদম ঠিক!

পৰশু— তেন্তে তোমাৰ মতে, কি নামৰ কবিতাটো, এই সংখ্যাত ওলাব বুলি বিজ্ঞাপন দিওঁ?

উত্তম — মোৰ নামত দিবই লাগিব নে? নিদিলে—

পৰশু— নিদিলে নহয়তো; তোমাৰ নামত অন্ততঃ এটা কবিতা দিবই লাগিব। এতিয়া নামটো ক'লেই হয়। কবিতাটো লাগিলে কাইলৈ দিলেও হব ("ডি নেইম্ ইট্ চেল্ ক্ উইল্ কাউন্ট্")।

উত্তম— নহয়। নেলাগে ৰ'ব কাইলৈ। কাইলৈ বা ক'লৈ যাওঁ ('ডিলেই ইজ্ ডেঞ্জাৰাচ্')। তুমি এতিয়াই লিখি পেলোৱা, মই কৈ যাওঁ। শুভস্য শীঘ্ৰম্, বুজিছা, শুভকাৰ্য্য সোনকালেই কৰি পেলাব লাগে, যিমান সোনকালে পৰা যায়।

পৰশু — এতিয়াই? জাষ্ট্ নাৱ?

উত্তম— ওঁ, ৰুৰেচ্, এতিয়াই, জাষ্ট্ নাৱ। তুমি লিখি যোৱা মুঠেই। মই কৈ যাওঁ। (পৰশুৱে হাঁহি হাঁহি বেগৰ পৰা কাগজ উলিয়াই চকী এখনত বহি লিখিব ধৰিলে) লিখা, বিষয়—'গ'ৰু' অৰ্থাৎ 'ডি কাও' 'ডি বুল্'। ১ম শাৰী— "চাৰিঠেঙীয়া জন্তু গ'ৰু"।

পৰশু— হেঃ! কিনো কোৱাহে কম্ৰেড্? ই কিবা কবিতাৰ শাৰী হ'লনে?

উত্তম— নহয় বুলি কোৱা ("চে,' ইট্ ইজ্ নট্ এ পোয়েম্")।

পৰশু —নহয়তো।

উত্তম—কাৰণ? কেনেকৈ নহয় বুলিবা? ("হাও! কৰ্ হোৱাট্ ৰিজ্‌ন্?")

পৰশু—কেনেকৈ হয় বুলিম?

উত্তম—এয়ে আধুনিক কবিতা ('মডাৰ্ণ পোয়েম্')। গদ্য নহয় বুলিও কব নোৱাৰো, পদ্য নহয় বুলিও কব নোৱাৰো, কবিতা নহয় বুলিও কব নোৱাৰো।

পৰশু—তেন্তে?

উত্তম—বাক দ্বিতীয় শাৰী লিখাচোন,
"ই ঘাঁহ খায়, গাড়ী টানে, খুব টানে।"

পৰশু—হেঃ! তুমি কৈছা কি হে এইবোৰ! গাইছা কিহে !!

উত্তম—ৰ'বা। ইয়াৰ পাছত গোটাচেৰেক বিন্দু বহুৱাই দিয়া।

পৰশু—ওঁ দিলো—এক, দুই, তিনি।

উত্তম—আৰু দিয়া কেইটামান; অৰ্থাৎ তৃতীয় শাৰীটো বিন্দুৰেই পূৰণ কৰি দিয়া।

পৰশু—বাক, তৃতীয় শাৰী বিন্দুৰেই পূৰা কৰি দিলো

উত্তম—ইয়াৰ পাছত চতুৰ্থ শাৰী লিখা—
"শব্দ উঠে ঘণে ঘণে—ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্",
পঞ্চম শাৰী লিখা—
ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্
(পৰশুৱে হাতৰ পৰা কলম থৈ বিৰক্ত ভাব দেখুৱাই অন্যমনস্ক হৈ বহিল) ই কি! তুমি লিখিব এৰিলা যে? শুনা, এয়েই বাস্তৱ কবিতা। বাস্তৱত চকুৰে আমি যিটো দেখোঁ, বা কাণেৰে আমি যিটো শুনো, তাকে কবিতাত যদি ৰূপায়িত কৰিব পৰা যায়, হুবহু, সেয়ে বাস্তৱ কবিতা অৰ্থাৎ জাগতিক বস্তুবোৰৰ সৈতে মিল থকা কবিতা। প্ৰকৃত কবিতা।

পৰশু—মই সেইটো বুজিছো, কিন্তু বাস্তৱ হলেও তাৰোতো এটা সীমা আছে?

উত্তম—সঁচা, সকলো বস্তুৰে সীমা আছে সঁচা, কিন্তু শব্দব্ৰহ্মৰ সীমা ক'ত! ই যে অসীম, অপাৰ, অনন্ত !!

প্ৰিয়—এই প্ৰসংগত মোৰো এটা কথা মনত পৰিছে দেই। ক'ম নে বাক?

পৰশু—ক'ব পাৰা তো।

প্ৰিয়—স্বভাৱ কবি সকল এনেকুৱাই, জানিছে? সেই যে ঘনশ্যাম দিহিঙীয়া ফুকন—নে কি, চিনি পায় নহয়?

পৰশু—ওঁ! পাওঁতো।

প্ৰিয়—আমাৰ এই সংখ্যা 'সু-প্ৰভা'ত কবিতা লিখিছে যে?

পৰশু—ওঁ, পিছে? পিছে?

প্ৰিয়—সেইদিনাখন আপোনাৰ চিঠিখন লৈ আলোচনীখনৰ বাবে কবিতা এটা বিচাৰি মযেইতো গৈছিলো তেওঁৰ ওচৰলৈ।

পৰশু—পিছে, পিছে, পিছে?

প্ৰিয়—পিছে, কি হ'ল শুনক। তেওঁ ক'লে, যে তেওঁৰ হাতত লিখি থোৱা কবিতা নাই। কিন্তু মোক তেওঁ ক্ষন্তেক বহিবলৈ ক'লে। মই বহিলো। চাহ একাপ্ ভিতৰৰ পৰা অনাই দিয়ালে। মই খাব ধৰিলো, তেওঁ কাগজ-কলম লৈ মোৰ কাষতে বহিল; আৰু ফচ্ ফচ্কৈ কিবা কিবি লিখে মানে লিখে, লিখে মানে লিখে। মই বোলো, কি লিখে বা! পিছে, মোৰ চাহ খোৱাও হ'ল, তেওঁৰ কবিতা লিখাও হ'ল। মই তাজ্জব মানিলো হে দেও; ও! বোলো ভালেতিহে এইসকল লোকে স্বভাৱ কবি আখ্যা পাইছে!! (উত্তম বৰুৱাৰ পিনে লক্ষ্য কৰি) আমাৰ এখেতৰ বেলিকাও সেই একেটা কথাই। ইয়াতনো আচৰিত হব লগা কি আছে? হাঁহিবৰেই বা কাৰণটো কি? সৰ্বসাধাৰণ মানুহৰ দৈনন্দিন ঘৰুৱা কথা-বতৰাৰ চিত্ৰই আধুনিক কবিতাৰ সমল। নহয় জানো?

উত্তম—বাৰু কোন শাৰী পৰ্য্যন্ত লিখা হ'ল? আৰু কি লিখা হ'ল?

পৰশু—পঞ্চম শাৰীলৈকে লিখা হৈ গ'ল, ফিনিষ্ড্।

উত্তম—এইবাৰ ভেস্তে ষষ্ঠ শাৰী লিখ।—
"পি. ডব্লিউ ডি. বাষ্টা।" এইবাৰ সপ্তম শাৰী লিখা—
"শিলবোৰে দাঁত নিকটায়।" এইবাৰ অষ্টম নৱম শাৰী—
"তুমহতীয়া ঘৰত বহি, আমি তুয়ো হাঁহো।" ইয়াৰ পাছত এডাল দীঘলকৈ দেশ্চ, দিয়া দেই। হ'লনে?

পৰশু—ওঁ, দেশ্চডাল খুব দীঘলকৈ দিছো। কাৰণ পি. ডব্লিউ. ডি. বাষ্টাবোৰ বৰ দীঘলতো! তেহে ই বাস্তৱৰ লগত খাপ খাব।

উত্তম—ওঁ ঠিক! ঠিক হৈছে। এই ডেশ্চ, ডালৰ অৰ্থ কেবা-ৰকমৰ হবও পাৰে; (১) পি. ডব্লিউ. ডি. বাষ্টা দীঘল (২) তুমহতীয়া ঘৰটোও, ওপৰত দেখাত যিমান দীঘল, তলৰ পিনে নেদেখাতো সিমান। (৩) ইয়াৰ উপৰিও, ডেশ্চ, ডালে বুজাব যে এই হাঁহিত বহুতো কথা আছে, বহুতো নিগূঢ় তত্ত্ব উহ্য হৈ আছে; হয়তো অবাচ্য, হয়তো অশ্ৰাব্য, হয়তো অভূতপূৰ্ব। পাঠক-পাঠিকা সন্ধে যি বুজে বুজি থাওক। ইয়াৰ পাছত আকৌ তুশাৰী-মান বিন্দু বহুৱাই দি একেবাৰে শেষৰ শাৰীত লিখা—
"চিচিম্ ফাক্ চিচিম্ ফাক্" (পৰশুৱে লিখিব ধৰে) ইমানতে শেষ। বাক, এতিয়া গোটেই কবিতাটো এবাৰ মাত্তি যোৱাঁচোন, শুনো।

পৰশু—('বাক' বুলি উচ্চ স্বৰে সুৰ ধৰি শব্দবোৰ এটা এটাকৈ খুব স্পষ্টভাবে গাই, কবিতাটো মাতিব ধৰিলে)

গ'ক (আধুনিক কবিতা)

লিখক—কবি উত্তম চন্দ্ৰ বৰুৱা

"চাৰিঠেঙীয়া জন্তু গ'ক,
ই ঘাঁহ খায়, গাড়ী টানে; খুব টানে।
... ... ... ... ... ...

শব্দ উঠে ঘণে ঘণ
ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্,
ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্;
পি. ডব্লিউ. ডি. বাষ্টা
শিলবোৰে দাঁত নিকটায়।
ছমহলীয়া ঘৰত বহি—আমি ছয়ো—
আমি ছয়ো—আমি আ-হা-হা-হা (হাঁহিব ধৰে)
আমি ছয়ো হাহোঁ। (কিছু পৰ ৰ লাগি বৈ)
... ... ... ... ... ... ...
চিচিম্ ফাক্ চিচিম্ ফাক্।

পৰশু—কবিতাটো পঢ়ি ... কবিতাটো পঢ়ি ...

উত্তম—আচৰিত হৈছা নহয়? হেঃ, ৰ'বা প্ৰিয়, এওঁৰ নিয়োগ-পত্ৰখন টাইপ্ কৰা হ লগৈনে?

প্ৰিয়—এয়া চাৰ্ (বৰুৱাই নিয়োগ-পত্ৰখনত চহী কৰে আৰু প্ৰিয়ই পৰশু দাসৰ হাতে হাতে দিয়ে। পৰশুৱে পঢ়ি আনন্দত উত্ৰায়ল)।

পৰশু—কম্ৰেড্, অহা সংখ্যা 'সু-প্ৰভা'ত এই কবিতাটো ভেস্তে প্ৰকাশ কৰিম, নিশ্চয় প্ৰকাশ কৰিম।

উত্তম—আমাৰ কবলৈ একো নাই।

[ কিঞ্চিৎ বিৰতি; নেপথ্য সংগীত ]

[ আগৰ কোঠাটোতে প্ৰিয়বামে কাগজ-পত্ৰ চাই আছে। উত্তম বৰুৱায়ো এখন বহীত কিবাকিবি লিখি আছে। এনেতে ছুৱাৰত কোনোবাই শব্দ কৰিলে, প্ৰিয়ই ছুৱাৰ খুলিলে। এজন ল'ৰা সোমাই আহিল আৰু বৰুৱাক ছুখন আলোচনী দি থৈ গ'ল ]

উত্তম—প্ৰিয়, 'সু-প্ৰভা'ৰ এয়া আকৌ নতুন সংখ্যা ওলাইছে চোৱাঁ। এখন মোৰ নিজা আৰু এইখন অফিচ কপী।

কাইলত থোৱা [ প্ৰিয়ই পঢ়ি চাই কাইলত থলে। পুনৰ দুৱাৰত কোনোবাই শব্দ কৰিলে। দুৱাৰ খুলি দিয়া হ'ল আৰু পৰশুৱে দুখন আলোচনী লৈ সোমাল ]

পৰশু—এয়া 'দ্বিতীয়াৰ জোন' [ এখন বৰুৱাৰ হাতত দিলে আৰু এখন 'এয়া অকিচ কপী' বুলি কৈ প্ৰিয়ৰ হাতত দিলে ]

উত্তম—আও, ইমান সোনকালে উলিয়াব পাৰিলা যে দুয়োখন! তুমিওতো কম মানুহ নোহোৱা দেওহে!

পৰশু—মানুহৰ অসাধ্য কি!

উত্তম—এৰা এৰা, এনেয়েনো 'পৰশু' নাম লৈছেনে এওঁ। যেনে নাম তেনে কাম। নামত পৰশু, কামত পৰশু, দেখাত পৰশু। যাৰে ওচৰ চাপে, সেইজনে প্ৰবন্ধ দিবলৈ বাধ্য হবই। যেই কোনো কবিকেই লগ পাওক তেওঁৰ কবি-কুণ্ডৰ পৰা এই পৰশুৱে কাব্যধাৰা বোৱাই আনিবই আনিব যেনে তেনে মতে।

পৰশু—দুয়োখন কাকত একেলগে প্ৰেছত দি একে সময়তে প্ৰকাশ কৰাৰ কথা। কাগজৰ অভাৱত মাথোন 'দ্বিতীয়াৰ জোন' প্ৰকাশত এসপ্তাহ পলম হ'ল। চাওক এয়া আপোনাৰ 'গ'ক' কবিতাটোৰ কি মজাৰ সমালোচনা ওলাইছে।

উত্তম—হোঁ! সমালোচনা ওলাইছে! বাৰু, এবাৰ মাত্তাচোন মাত্তা, মাত্তা। শুনো।

পৰশু—বাৰু তেনে (ডাঙৰ ডাঙৰকৈ মাতিব ধৰে); "অপূৰ্ব ছন্দৰ বিপুল তৰংগত ভাহি উঠা উত্তম বৰুৱাৰ 'গ'ক' কবিতা এই মাহত প্ৰকাশ হোৱা অসমীয়া কবিতাৰ ভিতৰত অন্যতম শ্ৰেষ্ঠ কবিতা। উত্তম বৰুৱাই উত্তম কবিতা ৰচনা কৰি আমাৰ কাব্য কাননত এখনি সুকীয়া আসন অধিকাৰ কৰিবৰ উপযোগী হৈছে। গ'ক এখিৰ

চাৰিঠেঙীয়া জন্তু বোলোতে কথাষাৰ দেখাত তেনেই লঘু হলেও, প্ৰকৃততে তেনে নহয়। ইয়াত আছে ভাষাৰ লগত ভাবৰ সমন্বয়, প্ৰকাশ ৰীতিৰ লগত ব্যৱহাৰিক জগতখনৰ সমন্বয়। সমাজত দেখা দিয়া উচ্চ-নীচ, ধনী-দৰিদ্ৰৰ এক আকাশ লংঘা ব্যৱধান। যুগে যুগে সমাজে সমাজে ইয়াৰ ব্যাখ্যা বদলি যাব পাৰে। কোনোৱে হয়তো ইয়াৰ ভিতৰত দেখিব মহান্ শূন্য, কোনোৱে বুজিব শূন্যৰ মাজত বিৰাটৰ আৱৰ্তন। বকৰাৰ ছন্দ-সন্ধানৰ অভিনৱত্ব সঁচাকৈয়ে অতি বিতোপন, অতি চমৎকাৰ।

(উত্তম বকৰাই ভাবত বিভোৰ হৈ বলকিব ধৰিলে)

উত্তম— ছন্দসজ্জা ছন্দসজ্জা, অমিল ছন্দসজ্জা!

কিন্তু মই আজি কবি!
তাৰ পাছত, তুমি কবি, মই কবি,
কবি মোৰ খুলশালীজনী।
কবিতাৰে কথা কয়,
কবিতাৰে নাম গায়,
খোজত ফুলায় তাই কবিতাৰ বাণী।
কাউৰীৰ কা-কা, শিয়ালৰ হোৱা,
তাতো আছে কবিতাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া।

পৰশু— এইবাৰ আকৌ ছন্দ মিলিল, ছন্দ মিলিল!!

উত্তম— ছন্দ মিলিল, ছন্দ মিলিল,

নতুনে পুৰণিক কৰে লণ্ডভণ্ড।
কালৰো কাল বিপৰীত কাল,
হৰিণাই চেলেকে বাঘৰ গাল!
কালৰ পচোৱা লাগি
উৰি যায় ভাগি যায়
কতবোৰ সোণালী সপোন,
পুৰণিৰ আবৰ্জনা হবি
নতুনৰ বস্তি অলোৱাত।

( বাহিৰৰ দুৱাৰত শব্দ কৰি এজন পিয়ন আহি উত্তম বৰুৱাক এখন টেলিগ্ৰাম দিয়েহি )

উত্তম— অ টেলিগ্ৰাম! চাওঁ (চহী কৰি লয় আৰু খুলি চাই পঢ়ি আনন্দ প্ৰকাশ কৰে)।

পৰশু— চাওঁ চাওঁ কিহৰ টেলিগ্ৰাম। (টেলিগ্ৰাম পঢ়ি) অ! অতি শুভ সংবাদ! অতি শুভ সংবাদ।

প্ৰিয়— চাওঁ।

পৰশু— এয়া চোৱা (ডাঙৰ ডাঙৰকৈ পঢ়ে)

"Uttam Barua's Poems declared first in this year's Collection of Assamese Poems. Ratnapith Sahitya Sabha awards him ten thousand rupees".

(আনন্দত উত্ৰাৱল)

তেন্তে এতিয়া আৰু চাহ খোৱাবহে কথা। মই তোমাক সেইদিনাই নকৈছিলো যে ড' বুদ্ধীন্দ্ৰ বৰঠাকুৰে সিদিনা কথাৰ ছলতে এই বিষয়ে অকণ ইংগিত দিছেই মোৰ আগত।

উত্তম— তোমালোক আটাইৰে শুভ ইচ্ছা আৰু আগ্ৰহৰ ফল স্বৰূপে মোৰ এই সন্মান; বুজিছা। ইয়াত মোৰ গৌৰৱ কৰিবলগীয়া একো নাই; যদি কাৰবাৰ কিবা গৌৰৱ আছে, আমাৰ বাইজৰ আছে।

পৰশু— মুঠতে আজি আমাৰ সমাজত গুণীৰগুণ বুজোঁতা আৰু বুজাওঁতা লোক ওলাইছে। গুণৰ আদৰ হব ধৰিছে।

উত্তম— প্ৰিয়, এই চিঠিখন ড' বৰঠাকুৰলৈ আজিৰ ডাকত ৰেজিষ্টাৰী কৰি পঠাব লাগে। অতি জৰুৰী, অতি গোপন

[এখন চিঠি দিলে]। তুমি সিদিনা যে মোক কৈছিলা, সেই কথাকে ইয়াত কোৱা হৈছে। কম্‌ৰেড, এবাৰ ভিতৰৰ পৰা আহোঁ, আহঁা [দুয়ো ভিতৰলৈ গ'ল। প্ৰিয়ই ফোন হাতত লৈ ক'ব ধৰিলে]।

অ! সেয়া ড' বৰঠাকুৰ নে? ওঁ। মই মাতষাৰতেই বুজিছো নহয়।

প্ৰিয়— ওঁ, এয়া মই কৈছো, প্ৰিয়বামে। ......অতি শুভ সংবাদ। এপিনে আমাৰ বৰুৱা দেৱে ৰত্নপীঠ সাহিত্য সভাৰ পৰা দহ হেজাৰ টকা পুৰস্কাৰ প্ৰাপ্তি সংবাদ, ইপিনে আপোনাৰ সেই কথাটিৰো শুভ সংবাদ। শ্ৰীবৰুৱাই ইতিমধ্যে জীয়েকৰ মন পাইছেই। বিতং বিৱৰণ সহিতে আজিৰ ডাকত আপোনালৈ এখন ৰেজিষ্টাৰী জৰুৰী চিঠিও প্ৰেৰণ কৰা হৈছে। এতিয়া শুভ কাৰ্য্য সোনকালে সমাধা হৈ যাবহে লাগে "শুভস্য শীঘ্ৰম্" Wish you good luck. [ফোনত কিবা নতুন সংবাদ শুনি] ও, বাৰু, বাৰু, সেইটো যথাসময়ত হৈ যাব, কোনো কথা নাই। অলপ পলম হলেও আপত্তি নাই। কোনো কথা নাই, বুজিছে, কোনো কথা নাই।

[নেপথ্যত বহুত মানুহৰ সমাগম হোৱাৰ উমান পোৱা গ'ল। হাত-চাপৰি, উৰুলি আৰু 'জয় উত্তম বৰুৱাৰ জয়', 'জয় ৰত্নপীঠ সাহিত্য সভাৰ জয়' এনেবোৰ ধ্বনি শুনা গৈছে। ইপিনে প্ৰিয়ৰ দাঁতিতো নেপথ্যৰ পিনে বহুত মানুহ থিয় দি থকাৰ ইংগিত পোৱা গ'ল]

প্ৰিয়— (নেপথ্যৰ পিনে চাই) বাইজ, আপোনালোকে অনুগ্ৰহ কৰি শাৰী পাতি থিয় দিয়ক, ফুলৰ মালা এধাৰ এধাৰ কৈ দি যাওক আৰু লগে লগে সংঘ বা অনুষ্ঠানবোৰৰ নাম কৈ যাওক। মই লিখি ৰাখো। সকলোবোৰ নাম

পাছত বাত্তৰি কাকতৰ যোগেদি প্ৰচাৰ কৰা হ'ব।
[ দূৰত ঢোলৰ বাদ্য শুনা গ'ল আৰু প্ৰিয়ই আচৰিত হৈ অলপ সময় থমকি ৰয়। পুনৰ মালাবোৰ গ্ৰহণ কৰি সংঘবোৰৰ নাম লিখিব ধৰে। মালাবোৰ নেপথ্যৰ পৰা আহি এডাল ছুডালকৈ তেওঁৰ হাতত পৰিব ধৰিছে মাথোন। কোনো মানুহৰ প্ৰৱেশ হোৱা নাই ]।

প্ৰিয়—এয়া কোন সংঘৰ বুলিলে? অ বুজিছো, 'নটশ্ৰী কলা কেন্দ্ৰ' (নাম লিখে)। এয়া? অ বুজিছো 'সাহিত্য কানন' (নাম লিখে)। এয়া একা? ওঁ 'ভূমি-চম্পা কৃষ্টিসংঘ' (নাম লিখে)। এয়া? ওঁ, 'পূৰ্বাঞ্চল আলোচনা চ'ৰা' (নাম লিখে)। এয়া কাৰ? ওঁ, 'মিলন মন্দিৰ' (নাম লিখে)। এয়া? ওঁ, বুজিছো 'নাম নাই সাহিত্য সভা' (এই নামটো শুনি প্ৰিয় অলপ আচৰিত হোৱা যেন হৈ ছুবাৰ 'কি নাম কি নাম' বুলি সোধে আৰু হাঁহি হাঁহি নামটো লিখে) অ! সংঘৰ নামেই 'নাম নাই'; বেছ নাম দিছেতো। নাম নায়ে 'নাম নাই' বুলিয়েই নাম কৰিব ধৰিছে। [ এনেতে উত্তম বৰুৱা আৰু পৰশু দাসৰ প্ৰৱেশ। পৰশুৱে বৰুৱাক বাউসীত ধৰি লাহে-ধীৰে লৈ আহিছে। বৰুৱাৰ ডিঙিত, মূৰত আৰু হাতত অসংখ্য ফুলৰ মালা। ইপিনে তেওঁ আহি চকীত বহা মাত্ৰকে প্ৰিয়য়ো নি মালাবোৰ তেওঁৰ ডিঙিত ওলোমাই দিলে। বৰুৱাই মালা পিন্ধি পিন্ধি বৰ আমনি পোৱা যেন দেখুৱাইছে। এনেতে প্ৰিয়ই কেইখন মান চিঠি বৰুৱাৰ সন্মুখত দাঙি ধৰি কয় ]

প্ৰিয়—চাৰ, এই সংঘ সমূহে আপোনালৈ লিখিত ভাবে অভিনন্দন জনাইছে আৰু আপোনাৰ পৰা একোষাৰ বাণী পাবলৈ আশা কৰিছে।

উত্তম—বাণী! বাণী! বাণী লাগে! (হাঁহিব ধৰে)
দিম দিম নিশ্চয় দিম।
বাণী ক্ষান্ত নহওঁ মই,
বাণীকিন্তু দিম।
অক্লান্ত লিখনী মোৰ
অবিশ্ৰান্ত সোঁত—
কিমান জানা?
মিচিচিপি ক'ত? গংগাস্নান কৰিছা?
ভল্‌গা নৈ কিমান দূৰত?
ভৰলু ক'ত! নাই ব্যৱধান আজি
ভল্‌গা-ভৰলুৰ। সকলো আপোন মোৰ,
সকলো আপোন মোৰ মন বননিত।
সকলোকে আদৰিম কবি-কুলনিত।
মানৱ প্ৰেম! মানৱ প্ৰেম!!
দানৱৰ জানো প্ৰেম আছে?
আকৌ শুনা, শুনা বন্ধুগণ,
শুনা মোৰ সুকুমাৰ সহিত্যিক দল,
সকলো সুন্দৰ আজি! সকলো সুন্দৰ!!
কেউপিনে দেখো মাথোঁ
সুন্দৰৰ খেল আৰু সুন্দৰ গগন,
সুন্দৰ বতাহ আৰু সুন্দৰ জীৱন!
কেউপিনে দেখো মাথোন সুন্দৰৰ মেলা!
সত্য শিৱ সুন্দৰৰ মধুময় খেলা।
[ভাৱ-বিহ্বল হৈ উত্তম বকৰা মাজে মাজে যেন পৰি যাব খোজে]

পৰশু—কম্‌ৰেড, কম্‌ৰেড, চাব চাব, আপুনি চোন—এ চাব; পৰিব চাব আকৌ, পৰিব চাব।

উত্তম—চাইছোঁ, চাইছোঁ, কেউপিনে চাইছোঁ, কবিতাৰ চকুৰে চাইছোঁ!

পৰশু—দেখিছে? কি দেখিছে?

উত্তম—সকলো দেখিছোঁ। সকলো দেখিছোঁ। মৰত দেখিছোঁ, সৰগ দেখিছোঁ। সুনীল আকাশ দেখিছোঁ; সুনীল গগন দেখিছোঁ।

[নেপথ্যত পুনৰ জয়ধ্বনি শুনা গ'ল—'জয় ৰত্নপীঠ সাহিত্য সভাৰ জয়'; 'জয় উত্তম বকৰাৰ জয়'! এই জয়ধ্বনি কেবাবাৰো শুনাৰ লগে লগে উত্তম বকৰা অজ্ঞান হৈ মাটিত ঢলি পৰিল; প্ৰিয় আৰু পৰশু দুয়ো ওচৰ চাপি 'কি হ'ল! কি হ'ল'! বুলি চাব ধৰিলে]

প্ৰিয়—চাৰ্, চাৰ্, চাৰ্ (উত্তম বকৰা নিমাত)।

পৰশু—কম্ৰেড্, কম্ৰেড্, কম্ৰেড্ (বকৰা নিমাত)।

[যৱনিকা]

# লেথেৰি

**চৰিত্ৰ-সমূহ**

ভানুমতী—আদ্‌বয়সীয়া তিৰোতা
গোলাপী—ভানুমতীৰ ডাঙৰ জীয়েক (বিয়াহিতা)
লাহৰী— " ২য় " (অবিয়াহিতা)
অঞ্জলি— " ৩য় " ( " )
ঈশান- গোলাপীৰ স্বামী
বিৰী— " সৰু ছোৱালী (এঘাৰ-বাৰ বছৰ বয়সৰ)

(১)

ভানুমতী—হেৰ' লাহৰী শুন, অঞ্জলিকো মাত। বাইদেৱেৰহঁত চোন এতিয়াও আহি নেপালে! আৰু বা কৰে কেতে পৰ! ডাইল-ভাতহে হৈছে। তহঁত হালে এটা কাম কৰ। আজি ভাত খোৱাত নিশ্চয় বহুত পলম হব। তহঁতি এতিয়াই কোনো নৌ আহোঁতেই জলপনীয়াকৈ ছুটিমান খাই উঠ। বুজিছ? বেছনৰ যি সোপাহে বঙচুৱা আটা! ইটা গুড়ি যেন! সেই সোপাৰে কটি কৰি খোৱাতকৈ আমাৰ এই ভাত গাল সুদাই-নিকাই হলেও বহু গুণে ভাল। নিমখ-তেল অকণেৰে হলেও তপত ভাত মুঠিৰ জোৰ কেতিয়াও পাৰ নোৱাৰে এই কটি সোপাই, বুজিছ? গতিকে, এতিয়াই দুয়ো দুমুঠি খাই উঠ; তেহে বায়েৰ-ভিনীহিয়েৰহঁতৰ আলপৈছান ধৰিব পাৰিবিহঁক।

লাহৰী—অঞ্জলি, অঞ্জলি (ভিতৰৰ পৰা অঞ্জলিয়ে মাতে 'কি'); এইপিনে আহ। মায়ে ভাত খাবলৈ মাতিছে।

অঞ্জলি—এতিয়াই?

জাহ্নবী—ওঁ এতিয়াই। বাইদেও আহি পালে বহুতো কাম ওলাব যে। অহা মাত্রকে চাহ-জলপান দিবই লাগিব, তাৰ পাছত তামোল-চালি; তাৰ পাছতহে ভাত। মাজতে আকৌ কথা-বতৰা হওঁতে বা কিমান পৰ হয়। আৰু ভিনীহঁতেও যি হে ধেমেলীয়া মানুহ! কতবোৰ বা যাবে ভচহু ৰং-ৰহস্যৰ কথা, ন ন ফুচুৰি কথা উলিয়াই হঁহুৱাই মাৰে। সিবাৰ মনত নাই নিশা এপৰলৈ সিজনৰ বাবে ৰমণীয়া কথাৰ জালি নিছিগেই নহয়। মায়ে তালৈই কৈছে। আমি আগতে ছুটামান খাই বৈ উঠি পাত বল বান্ধি লওঁ, বুজিছ? আহ।

(দুয়ো এখন বেঞ্চ আৰু এখন টেবুল টনাটনিকৈ আনি বহিল)।

ভানু—হেৰ' তহঁতি কি কৰিব খুজিছ? বেঞ্চ, টেবুলবোৰ টনাটনি কৰাত লাগিলি যে? বেঞ্চত বহিবি আৰু টেবুলত ভাত খাবি; নহয়?

জাহ্নবী—ওঁ; সেয়ে কথা আকৌ নো কি?

অঞ্জলি—বেঞ্চত বহিম আৰু টেবুলত ভাত খাম তো।

ভানু—নোৱাৰিবি টেবুলত ভাত খাব। মই জীয়াই থকা দিন কেইটাত টেবুলত ভাত খাব নোৱাৰিবি তহঁতে। নিদিওঁ খাবলৈ। মাটিত পীৰা পাৰ, বহ, ভাত দিওঁ, খা। ইমানেই।

জাহ্নবী—নাই, আমি টেবুলত খাম বুলিছো; খামেই।

অঞ্জলি—সেয়ে কথা। আৰু ভাতেই যদি খাবলৈ নহ'ল পাকঘৰত টেবুল-বেঞ্চ ৰখাৰ প্ৰয়োজন কি?

জাহ্নবী—ওঁ তো। একো প্ৰয়োজন নাই।

ভানু—টেবুল-বেঞ্চ ৰাখিছো হঠাৎ কেতিয়াবা ডাঙৰ মানুহ আহিলে তেওঁলোকলৈ। কেতিয়াবা কোনোবা নগৰীয়া মানুহ আহিব পাৰে, কোনোবা ডাঙৰ ভদ্ৰ লোক আহিব পাৰে;

কোট্-পট্লুং পিন্ধা মানুহ আহিব পাৰে; তেনে মানুহলৈ। সেইবোৰ মানুহলৈ। সেইবোৰ মানুহে তো পীৰাত বহি খাব নোৱাৰে।

লাহৰী—তেন্তে কি সচাঁই আমাৰ নিমিত্তে টেবুল নহয়?

ভানু—সচাঁ মিছা কি। নহয় বুলিছো নহয়, ইমানেই। একেটা কথাই এবাৰ সচাঁ, এবাৰ মিছা হব নোৱাৰে তো।

অঞ্জলি—আমি টেবুলত ভাত খালে কি হয় বাৰু? কি হয়? টেবুল চুৱা হয়, নে কাঁহী-বাটি চুৱা হয়, নে আমি মানুহবোৰ চুৱা হম, নে কি? কি হব?

ভানু—(খঙেৰে) ঐ! একেটা কথাকে কিমান চেপেতা কৰি থাকে চোঁৱা এই বদ্জাতী ছোৱালী হালে! ৰব সাহ পাট গৈছ নহয়? হোঁ? সেইদিনাখন যে সেই হাকিম নে উকীল, সেই দুজন মানুহে যে ইয়াত ভাত খাই গৈছিল মনত আছে? আছেনে মনত?

দুয়ো—আছে, আছে; পিছে কি হ'ল?

ভানু—পিছে কি হ'ল? মানুহ দুটাই ভাত খাই যোৱাৰ পাছত কোনোবাই টেবুলত পৰা সেই কাপোৰখন ভালকৈ ধুইছিলি নে বাৰু তহঁতে? ফটা কানি এখনেৰে মোহাৰিহে থৈছ। মইতো মন কৰিছে আছিলো তেও। কাপোৰখন বাহিৰলৈ নি চাবন অকণ ঘঁহি ভালকৈ ধোৱা মনত পৰেনে বাৰু তহঁতৰ?

দুয়ো—পিছে, পিছে, পিছে কি হ'ল?

ভানু—টেবুলখন কাঠৰহে। প্ৰকৃত কথা কব গ'লে, সিতো ধুলেও শুচি নহয়। যি চুৱা চুৱা হৈয়েই থাকিল। সেই চুৱা সোপাৰ ওপৰতে ৰবৰ মানুহে ভাত খোৱাৰ কি দৰকাৰ তো পৰিছে বাৰু. ঠাইৰেই অভাৱ, নে বহা আসনৰেই অভাৱ, নে কিহৰ অভাৱ? হোঁ?

এয়া! কথাৰ কোবতেই তইঁতে চোন মোৰ এই তামোলৰ বটাটোও নি এই টেবুলখনতে তুলিলিহে হোঁ! আৰু—মোৰ এই চাহপানী খোৱা পিতলৰ গিলাচটোও চোন টেবুলতে উঠিল এ! ৰাম কৃষ্ণ! ৰাম কৃষ্ণ! ৰাম কৃষ্ণ !!

জাহ্নবী—টেবুলত বটাটো থৈছো, গিলাচটোও থলোঁ, কি হ'ল পিচে?

ভানু—ওঁ হয়তো, 'কি হ'ল পিছে'?

অঞ্জলি—আমাৰ ইস্কুলত আমিচোন একেখন টেবুলতে বহী-কিতাপো থওঁ, পঢ়োঁ, দৰকাৰ পৰিলে চাহ-জলপানো খাওঁ। সিদিনাখন সৰস্বতী পূজাত দেখোন সেইবোৰ টেবুলৰ ওপৰতে সৰস্বতী গোসানীকো থৈছিল। পূজাৰীয়ে পূজাও কৰিছিল; সেই একেবোৰ টেবুলতে আমি ছোৱালীবোৰে চোন পূজাৰ দিনা খিচিৰি ভাতো খাইছিলোঁ। সন্ধিয়া আকৌ সেই টেবুল-বেঞ্চসোপাকে টানি-ধুহি নি জোৰা লগাই, সজাই পৰাই, তাৰে ওপৰত উঠি 'ভেৰাইটি শো' কৰিলোঁ, নাচিলোঁ, গালোঁ, আবৃত্তি কৰিলোঁ, নাট অভিনয় কৰিলোঁ, আৰু কত কি!

জাহ্নবী—অথচ, স্কুলৰ বাইদেওহঁতে আমাকতো একোটাকে কোৱা নাই। মাত এষাৰকে মতা নাই গোসানীয়েও কিবা দায়-দোষ ধৰিছেনে? ধৰা হলে পূজাৰীয়েতো নিশ্চয় আমাক হকাবধা কৰিলে হয় জকল। তেনে কৰিবলৈ নিদিলেহেতেন নিশ্চয়।

অঞ্জলি—টেবুলৰ চুৱা, বেঞ্চৰ চুৱা, কাঁহী-বাটিৰ চুৱা, পৃথিবীৰ গোটেইসোপা চুৱা আহি আমাৰ এই পাকঘৰটোতে গোট মাৰিছেহি হবলা দেই। নহলে, ইমানবোৰ হকাবধা ভলায় নে বাক ভাত এপাল খাব খবোতেই হোঁ।

ভানু—তইঁতে মোক নজনা কথা জনাবলৈ আহিছ নহয়? হব

পাবে তইঁতৰ ইস্কুলত সেইবোৰ উৎপাত। সেইবুলি আমিও এতিয়া সেই বেভিচাৰ সোপাকে সাৰটি লব লাগিবনে! মোক কথা শিকাবলৈ আহিছে চোঁৱা আমাৰ এই বুঢ়ী আই ছুগৰাকীয়ে ছিঃ!

লাহৰী – কৈ থাক, কৈ থাক; যিমান পাৰ বলকি থাক, বলকি থাক। আমি কিন্তু মাটিত বহি ভাত নেখাওঁ, এইটো ঠিক।

অঞ্জলি—ওঁ, লাগে ভাতকে নেখালো। সেইবুলি ডিঙিটো হলাই, সাত ভেঙুৰা হৈ, কুজী হৈ বহি বহি আমি ভাত কেতিয়াও নেখাওঁ, কেতিয়াও নখাওঁ, নেখাওঁ বুলিছো নেখাওঁ।

লাহৰী—আৰু স্বাস্থ্য বিজ্ঞানৰ কিতাপবোৰ ইস্কুলত পঢ়িছা কেলৈ? যদিহে সেইমতে চলিবলৈ নহ'ল, নপঢ়াই ভাল আছিল সেইবোৰ। বাবেভচছ কথাবোৰ।

অঞ্জলি—ওঁ তো নপঢ়াই ভাল আছিল সেই সোপা। ইস্কুলত থকা সময়ছোৱাত বাইদেওহঁতে আমাক এক মিনিট কুজা হৈ বহি থাকিব নিদিয়ে। অকণ কঁকালটো ভাঙ্গ লগাই বহা দেখিলেই ধমক্ দি উঠে। কত গালি সপান পাবে! কত কথা কয়! কত কথা শুনায়!!

ভানু—এতিয়া পিছে, কথাৰ মহলাকে মাৰি থাক, নে ভাত খাব? কিবা এটা কৰ। সময় বৈ নেথাকো তো।

লাহৰী—এইদৰে মাটিত বহি ভাত নেখাওঁ বুলিছো, নেখাওঁ, আৰু কি?

অঞ্জলি—কবীহঁতৰ ঘৰলৈকে যাওঁগে ব'ল ঐ লাহৰী। আমনি লাগিছে আৰু কথা কৈ কৈ, একেবোৰ কথাকে, বাবে বাবে, বাবে বাবে, বাবে বাবে।

লাহৰী—ওঁ হয়, ব'ল কবীহঁতৰ ঘৰলৈ। (ছুয়ো যাব ধৰে আৰু মাকে টান মাতেৰে ধমক্ দি আগচি ধৰে)।

ভাদু—ক'লৈ যায় ঐ, ক'লৈ যায়? এঃ কণীহঁতৰ ঘৰলৈ যায়টো! ইস্, নেদেখিছা পেন্দুকণা হোৱালী একোজনীৰ পেট একোটা! আও! ইমান পেঁচ!! হেৰ,' কইঁতি আগতে ভাত খায়, নে নেখায়, ক, ক, ক; নহলে, নহলে, আজি দুয়োজনীকে খেকেচিম, জনা নাই হবলা?

দুয়ো—নেখাওঁ আমি, কেতিয়াও নেখাওঁ।

ভাদু—নেখায়? ঠিক নেখায়? ঠিক নেখায়? ব (দুয়োকে দুহাতে টানি আনি মাটিত পীৰাৰ ওপৰত বহুৱাই দিয়ে)। বহ, বহ, বহ; ভালে ভালে ভাত খায় যদি খা। নহলে, নহলে—আজি—উঁ (দুয়োকে দুখন কাঁহীত ভাত বাঢ়ি দি ভাদু আঁতৰি যায়; দুয়ো প্ৰথমতে পীৰাত বহিল যদিও মাক আঁতৰ হোৱা মাত্ৰকে খেকিত বহি তাতৰ কাঁহী টেবুলৰ ওপৰত তুলি খাব ধৰে। মাকে আহি পুনৰ সেই দৃশ্য দেখি খঙত জ্বলি উঠে) আই আও! ইমান সাহ এই হোৱালী দুজনীৰ! ঐ! মই হাক নিদিছিলো তইঁতক টেবুলত ভাত খাবলৈ? এতিয়াৰ পৰাই কথা নুশুনা হলি নহয়? আক তাতৰ হলেতো আছেই।

ঐ! ঐ! ঐ! টেবুলত খাইছ যাক খা। পিছে, টেবুলখন টানি টানি নি সেই কাপোৰ খোৱা ভঁৰাৰ তালত লগালিহি যে, দেখা নাই চকু দুটাৰে? এতিয়া দুৱা টেবুলখনৰ লাগি, ভঁৰাৰ কাপোৰসোপা চুৱা নহ'ল? হেঁ।? সেই কাপোৰসোপা? তইঁতৰ বাল সোপা?

লাহৰী—আই আও! কথাও আক!

অৰুণি—নহলে, কাপোৰ সোপা ওলাই পলেই হ'ল। সে কি?

মাহৰী—ওঁ হয়। বৰ নহলে, কাপোৰসোপাকে লৌ বিহনাত থৈ দিওঁ (দুয়ো উঠি ভঁৰাৰ কাপোৰত হাত দিব ধৰে আৰু মাকে উপদুৰিতে বাধা দিবলৈ আগবাঢ়ি আহে)।

ভানু—ঐ, আকৌ সেইবোৰ কিহত লাগিব খুজিছ ? কি কৰো বুলিছ আজি তইঁতে ? ডাঁৰৰ কাপোৰবোৰ চোন চুৱাতে চুৱা কৰিলি ঐ ! লেথেৰিতে লেথেৰি লগালি ঐ ! দেখা নাই !

জাহ্নবী—সৌ চালপীৰাখনত থওঁ বুলিছো।

অঞ্জলি—খাই উঠি লাগে আকৌ ডাঁৰত থম।

ভানু—(চকু টেৰ কৰি) ওঁ হয় ! বাক, তইঁতৰ এই হাত দুখন অন্তপৰ চুৱা টেবুলত লাগি থকা নাই ? তইঁতে পিন্ধা কাপোৰবোৰ টেবুলত লাগি থকা নাই ? সেই সোপা কাপোৰকে পিন্ধি, সেই হাত দুখনেৰেই আকৌ ডাঁৰৰ কাপোৰ সোপাত লেথেৰি লগাই, লেঠাটো বঢ়াব খুজিছ, নহয় ? বেভিচাৰী হ'লি বুলি ভাৱো এটা সীমা থাকিব লাগে। ৰ, তইঁত দুজনীক আজি কাললৈকে মাৰে ভাল শিকনি দিম, ৰ। (হাত জোকাৰি খেদি যায় আৰু ছোৱালী-হালে ভাতৰ কাঁহী মাটিত দলিয়াই পলাব খোজে) ইস্ ইস্ ইস্ ইস্ !! এইখন ঘৰ গু'চ তেনেই চুৱা পাতনি হ'লগৈ দেই। ছিঃ ছিঃ ছি ছি !! ইস্ ! খোজকে দিব নোৱাৰা হ'ল পাই ! ঐ ! ঐ ! এই ভাতবোৰ—

জাহ্নবী—ভাতবোৰ তয়েই খাই থাক মৰতী। তয়েই ভাত খাই মৰ। ঐ অঞ্জলি, ব'ল ; ওলা, ওলা এই পাক-ঘৰ ডালৰ পৰা।

ভানু—ঐ কি কি ! আকৌ কি কৈছ তইঁতে ! ভাত নোখোৱাকৈ যাবি ! এই ঘৰৰপৰা ওলাই গুচি যাবি ! কোন মাৰে তইঁতক ভাত খুৱাব ঐ ? টেবুলত আৰামেৰে ভাত খুৱাব ? গোটেই মজিয়াখন চুৱা কৰিলি যে সেইবোৰ [illegible] ভাল কৰে -কোনে হোঁ ! তাহাঁতকেই দোষ কৰিম। তাহাঁতৰেই আকৌ সংস্কৃতি, গুণগুণনি, ফুৰফুৰণি [illegible] [illegible]। [illegible], খাব যদি খা ভালে ভালে। বহ, বহ, বহ, [illegible]। নহলে, নহলে, নহলে, নহলে— ।

অঞ্জলি—নহলে কি কৰিবি ? নেখাওঁ বা। নৰহো বা।

ভানু—হোঁ মৰিছিবি ! হোঁ মৰিছিবি ! বহ্ বহ্ বহ্ (টান মাৰি নি ছুয়োকে বহুৱাই ছুখন কাঁহীত ভাত আনি দিয়ে) এইবাৰ কাঁহী দলিয়াবি, ছুয়োৰে কিন্তু মূৰ যাব। মাতিবি, টেটুত চেপা মাৰি ধৰিম, জিভা কাটি পেলাম (ছুয়ো খাওঁ-নেখাওঁকৈ টেবুলত খাব ধৰে)। ওঁ বেছ, এইদৰে খায় যদি খাই থাক। কিবা লাগিলে মাতিবি, শেষ নোহোৱালৈকে ছুঠিবি।

অঞ্জলি—মাতিবলৈ হাক দিছে। কিন্তু এভিয়া সুদা ভাতগাল খাওঁ কিহেৰে ?

ভানু—সুদা ভাত গাল মাৰিছে ! আজাকো ন্যাছিলেই। দোষ কাৰ গাত ? আগৰ ভাত আজা সোপা দলিয়ালে কোনে ? উঁ ! খা এতিয়া কিহেৰে খায়। নিমখ-তেলেৰে খা, আৰু কি ! (অলপ বৈ) হেৰ' এই—এই—এই ভাতৰজনী, তয়েই থিয় হচোন, হাতখন মেল। ওপৰৰ সেই সিকিয়াত দৈ গাখীৰৰ চকটো যে আছে, দেখিছ ?, নমাই আন পাৰ যদি। (লাহৰী থিয় হ'ল) হাতখন থুই ল আগতে ভালকৈ (হাত ধুলে আৰু চকটো আনিলে)।

লাহৰী—এয়া চক।

ভানু—থ মাটিতে। মই চাওঁচ এখন আলোচৈ ৰ। (মাক সিপিনে যাওঁতে লাহৰীয়ে আঙুলি এটাৰে দৈ অকণমান লৈ মুখেৰে চেলেকি চায়)।

লাহৰী—বেছ সোৱাদ আছে; ক'ৰ দৈ আনো !

ভানু—(চকটোলৈ চাই যত্ৰেৰে) লাহৰী, চকটো নমাই আনিলি ভাল হ'ল। মই চাওঁচখন আনিবলৈ বুলি আঁতৰ যাওঁতেই ইয়াত আঙুলিটো নমাই দৈ চেলেকি চাইছ নহয় ? কি যে বজাৰ ! জিভাৰ কি যে লহুলহুনি ! আঁতৰে

আঙুলিটো লগাই চেলেকুটো যে মাৰিলি, মইতো দুবৰ পৰা, সৌখিনিৰ পৰা বেৰৰ বিন্ধাটো-ৰে দেখিছে আছো তেও। তই সেই একেটা আঙুলিৰে, এবাৰ জিভাখনত লগাই, পুনৰবাৰ দৈ খিনিত আঙুলিৰে যোকোটাটো মাৰিব ধৰিছিলি যে। মই আহি পালোহি দেখিছে হেঃ! স্বভাৱ একোটাও যে হৈ পৰে—এই মানুহবোৰৰ! মইতো ভালক পতি, দৈ দিও বুলিয়েইতো চকটো নমাই আনি-বলৈ কৈছিলোঁ। এক মিনিটো বৰ নোৱাৰা হলি নহয়? ভাল খোৱা বস্তু এটা দেখিলে সকলোৰে জিভাৰ পানী পৰে সঁচা, সেই বুলি—। ছয়ো আকৌ হাত দাঙি বহি থাকিলি যে?

লাহৰী—আমাৰ খোৱা হ'ল।

ভানু—গিমান গাল ভাত কাঁহীত এৰি থৈ উঠিবি? চুপ, বহ। এয়া দৈ গাখীৰ (ছয়োকে চামোচেৰে গাখীৰ দিয়ে; চকটো একেবাৰে কৰি কৰি দিব খবে)।

অঞ্জলি—চকটো এইদৰে কৰি থাকিলে চোন ভাঙিবই এতিয়া।

ভানু—নেভাঙিলেও ভাঙিব লাগিব। ভাত খোৱা আঙুলিটোৰে, চকৰ গাখীৰ নি যে ভাত খোৱা জিভাখনেৰে চেলেকটো মাৰিলি, তই নহয়, লাহৰীয়ে হবলা, চকটোতো পেলনি গ'লেই। এই গাখীৰ অইন কাকোতো আৰু দিবও নোৱাৰি। এয়া গাখীৰো শেষ। এয়া চামোচ, এয়া চক। খাই উঠ; চামোচখন কাঁহী খোৱাৰ লগতে ভালকৈ ধুই মোৰ হাতে হাতে দিবি। চকটো চুৰা পাতনিত পেলাই দিবি। বুজিছ?

ছয়ো— উঁ।

অঞ্জলি—দিছে এটা কথা হ'ব নহয় মা।

ভানু— কি!

আজি এই কলহটোৰে মূৰা মাৰো ৰ বাপেকে। আজিৰ পৰা মাটিৰ কলহৰ পানী খাবি বাক্‌কৈয়ে ৰ (খঙেৰে কলহটো বাবীৰ পিনে দলি মাৰি পঠিয়ায় আৰু কলহ ভাঙি টুকুৰা-টুকুৰ হৈ পৰে)। আজিৰ পৰা ক'ত কলহৰ পানী খায় খাবি ৰ। পুখুৰীৰ পৰা নিজে পানী আনি খাকিবি, খাই থাকিবি। যাঃ! (লাহৰী আৰু অঞ্জলিয়ে বাহিৰলৈ গৈ মুখ ধুই আহিল)।

অঞ্জলি—ব'ল এতিয়া লাহৰী। ওলা এই ঘৰটোৰপৰা। ৰাতি-পুৱাৰে পৰা সন্ধিয়ালৈকে কিমান শুনিবা কেত্‌কেতনি খেচ্‌খেচনি এই একেজনী মানুহৰ! বাইদেওহঁত বা আছে কেতিয়া। ব'ল চোন, ওলাই যাওঁ, চাওঁ গৈ।

লাহৰী—ব'ল। (ছয়ো যাব ধৰে)।

ভানু—ওঁ! এতিয়া আৰু কোনে পায়! আত্মতুষ্টি হ'ল নহয়। এতিয়া আৰু কাক লাগিছে! ঘৰ এৰি যাব খুজিছ; নহয়? ক'লৈ? গাওঁ ফুৰিবলৈ, নহয়? হুঃ! সৌ ডাঁৱৰ কাপোৰ সোপা যে আছে পাহৰিলি হবলা; হেঃ! নে, ছয়োজনীয়ে পাহৰাৰ ভাও হে ধৰিছ? সেইসোপা এতিয়া ধুৱে কোনে? কেইজনী কাপোৰ খোৱা চাকৰণী ৰাখি দিছে মোক তহঁতৰ বাপেৰে হোঁ? কেইজনী? ঘৰত কাম-বন এটা কৰিবলৈকে বা মানুহ আছে কেইটা? মোক ৰাখিবে? হোঁ? কুটা এগছ ছোৱে নে ৰাক কোনোবাই মৰি গ'লেও! ঐ শুন, খাই উঠিলি যেতিয়া আৰু একো চিন্তা নাই, নহয়? কাপোৰ সোপা ল আৰু পুখুৰী পাৰলৈ যা; ছয়ো যোগৈ; কথা ইমানেই!

অঞ্জলি—আও! ইমান সোপা কাপোৰ

ভানু—অঃ-! এতিয়া ধুবৰ বেলিকা ইমানসোপা হৈছেহি! পিন্ধি চুৱা কৰিবৰ বেলিকা হলে সেইকণ খবৰ নহ'ল, নহয়? যা

যা যা ভালে ভালে। দুয়ো পুখুৰী পাৰলৈ কাপোৰবোৰ লৈ যা এতিয়াই। যা, যা, যা।

জাহ্নবী—অলপ পাছত।

ভানু—অলপ পাছত? নাই, নাই, সেইটো নহ'বহে। সময় নৈ নাথাকে। বেলি দুপৰ হ'লহি। জোৰাইহঁত পাৰহিহে পালে। নে তঁাবৰ কাপোৰবোৰ, নে। (দুয়ো কাপোৰ নিও নিথিও কৈ নিব ধৰিলে) ওঁ। পুখুৰীপাৰৰ সেই কেওৰা ফলক এখন এখনকৈ থওঁগে। এজনীয়ে পানী আনি থাক, এজনীয়ে ধুই থাক। (জাহ্নবীয়ে এখোজ-দুখোজকৈ পানী আনিব ধৰিলে আৰু অঞ্জলীয়ে ধুব ধৰিলে। পানী আনি থাকোঁতে ভাই পিছল খাই পৰা শব্দ শুনা গ'ল) অ! সেইজনী কোন অ? পিছল খাই পৰিলি নেকি অ! জাহ্নবী নে অঞ্জলি!

অঞ্জলি—অ! সেইজনী জাহ্নবী পিছলি পৰিল হবলা।

জাহ্নবী—এঃ নাই-পৰা-ও!

অঞ্জলি—ওঁ; নাই পৰা! কোনোবাহে পৰিল।

ভানু—পিছে, লেঙেৰিয়াইছ যে? কি হ'ল?

জাহ্নবী—এই-আঙুলিটোত—

ভানু—পিছল খালি নহয়? দুখ পালি? এ! আঙুলিটোত তেজ ওলাইছে দেখোন অ? অঞ্জলি, হেৰ', এইপিনে আহ। (অঞ্জলি মাকৰ কাষলৈ আহিল) এটা কাম কৰ। সৌ নাজি ফুলৰ পাত দুটামান আনচোন।

অঞ্জলি—দুটামান মানে?

ভানু—আনিবি আৰু দহ-পোন্ধৰটা মান। সেইবুলি গণি থাকিব নেলাগে। সিতো আমাৰ পইচা দি কিনি আনিব লগা বস্তু নহয়।

অঞ্জলি—বাৰু (অঞ্জলিয়ে পাত আনে আৰু মাকৰ হাতত দিয়ে) একে বাহে এমুঠা লৈ আহিছো।

ভানু—পাতবোৰ এটা এটাকৈ খো। ঐ লাহৰী, আঙুলিটোত হাতেঁৰে টিপা মাৰি থাক। তেহে তেজ বন্ধ হব। পাত-বোৰ ধুলি নে?

অঞ্জলি—ওঁ; ধুলোঁ।

ভানু—এতিয়া পাকঘৰত পতাখন যে আছে, তাতে ঠেতেলি আনগৈ। (অঞ্জলিয়ে পাতবোৰ নি পাকঘৰত ঠেতেলিৰ ধৰিলে আৰু তাৰ শব্দ শুনা গ'ল)। হেৰ' লাহৰী, তইনো বাক ইমান তাণ্ডৱ হ'লি ক'ত অ! এতিয়াও পিছল খাই পৰাতে আছ, নহয়? চাওঁ তৰিখন! তেজ ওলাল কেনেকৈ বাক? ও! এইবোৰ ভগা কলহৰ টুকুৰা! ইয়াৰে কোনোবাটো টুকুৰা আঙুলিটোত খিয়ৈ খিয়ৈ বেয়াকৈ লাগিল দেই (আঙুলিটো ভালকৈ চাৰ ধৰে। অঞ্জলিয়ে নাজিফুলৰ পাত ঠেতেলি আনিলে)!

অঞ্জলি—আৰু—সেই কলহৰ টুকুৰা আকৌ ওলাৰলৈ পালেহি বা কেনেকৈ ইয়াত—পুখুৰীটোৰ পাৰটোত?

ভানু— ওঁ!!

অঞ্জলি—এতিয়া 'ওঁ' মাৰিছে। কলহটো দলিয়াইছিল কোনে? আৰু দলিয়াইছিলেই বা কিয়? আৰু, এইদৰে কিবা এটা সাধাৰণ কথাতে মূৰটো গৰম হৈ, কলহ-চলহ, ঘৰৰ বস্তু-বেহানি দলিয়াবলৈ হলে, মানুহ ঘৰত নথকাই ভাল। বস্তু-বেহানি ঘৰত নৰখাই ভাল। মাটি কলহটো আনিছিলেই বা কোনে? আৰু আনিছিলেই বা কিয়? কি প্ৰয়োজনত?

ভানু—সিবাৰ দেউতাৰৰ যে টাইফইড্ হৈছিল মনত আছে?

অঞ্জলি—ওঁ।

ভানু—তেতিয়াই কিনা এই মাটিকলহটো। দামো কম লোৱা নাছিল দে। কিজানি এইকাই নে কি জানো! ডাক্তৰে

কৈছিল যে, তবে দিন, তবে নিশা মুখটোত ধৰক দি থাকিব; ধৰক দিব নোৱাৰিলে মাটি কঁপিব পানীকে দি থাকিব। ধৰক বিচাৰি আৰু কোন কত ফুৰিব! মাটি কলহটোকে কিনি আনি ৰোগীৰ শুশ্ৰূষা কৰা হ'ল।

অঞ্জলি—আৰু তেনে এটা কলহ, এয়া উগ্ৰ মূৰ্ত্তিৰ তাণ্ডৱত —একে কোবতে, একে নিমিষতে, খণ্ড-বিখণ্ড হৈ এই অৱস্থা! এইবোৰ পিছে কাৰ দোষত বা? (সকলো অলপ সময় নিমাত) এতিয়া হলে নিমাত! নিজৰ গাত দোষ পৰিছে নহয়। লোকে চুৱাপানীৰ ছিটিকনি হে দেখে। নিজৰ দোষৰ ছিটিকনিতো নেদেখেই নহয় এয়া নাজিফুলৰ ঠেকেলা পাত।

ভানু—চাওঁ, দে। লাহৰী, তই আঙুলিটোত টিপা মাৰি ধৰি থাক দেই এ! বান্ধিবলৈ আকৌ কটা কানি এটুকুৰা লাগিব নহয়। অঞ্জলি, চাচোন কটা কানি এটুকুৰা কেনিবা আছে নে। পৰিষ্কাৰ হব লাগিব কিন্তু।

অঞ্জলি—(ইপিনে সিপিনে চাই) বাৰু, চাওঁ ৰ।

ভানু—কি? নাই? এটা কাম কৰ। ভাঁৰৰ কাষত মেজখন যে আছে, আৰু মেজৰ তলত মোৰ বাকচ এটা যে আছে, দেখিছ?

অঞ্জলি—ওঁ।

ভানু—বাকচটোৰ ওপৰতে মোৰ চাদৰ এখন আছে; কটা চাদৰ। সেইখনকে ফালিবি আৰু তাৰে এটুকুৰা লৈ আহিবি। যা দৌৰি।

অঞ্জলি—বাৰু। (অঞ্জলি গ'ল, পুনৰ উভতি আহিল) তাত তোৰ বাকচটোহে আছে। ওপৰত কাপোৰ চাপোৰ একো নাই। কিন্তু ভাঁৰ তলৰ ফুৰত হলে তোৰ কাপোৰ সেইখনমান আছে সেই।

ভানু—কেলৈ ? তইঁতে ভাঁৰৰ কাপোৰ আটাইখিনি এতিয়াও ধুবলৈ অনা নাই ?

অঞ্জলি—মোৰ ভাগৰখিনি মই আনিলো। লাহৰীয়ে আকৌ আনিম বুলি কৈ কেইখনমান নানিলে।

লাহৰী—এতিয়াও সময় আছে নহয়। মই মোৰ ভাগৰ কাপোৰখিনি আনিবহে লাগিছে। (লেঙেৰিয়াই লেঙেৰিয়াই যাব খোজে)।

ভানু—লাহৰী, হেৰ' তই যাব নালাগে লেঙেৰিয়াই লেঙেৰিয়াই। আও! কাম এটা কৰিবলৈ ক'লে ইহঁত হালৰ এতিয়াই ইমান অৰিয়া-অৰি, ভগোৱা-ভ'গ! আকতো দিন কাল আছেই!

অঞ্জলি—তাই তোৰ কাপোৰ সেই কেইখন নানি.ল কেলৈ বুজিছ ? কিবা হেনো ভেকেতা-ভেকেত গোন্ধ পালে।

ভানু—ওঁ বুজিছো, বুজিছো ; মোৰ কাপোৰ তইঁতে আনিবি কিয় ? নানিবি তো। গোন্ধ পাবিতো ভেকেতা-ভেকেত। বাৰু, মোৰ কাপোৰ মই নিজেই আনিম গৈ। আনিমো, ধুমো, ঘৰত নি য'ত থব লাগে থমগৈও। তইঁতি মোৰ কাপোৰত হাত দিবকে নেলাগে, বুজিছা মোৰ গোসাঁনী হঁতবাকী। (লাহৰীয়ে 'উঃ আঃ' কৰি 'বিষাইছে বিষাইছে' বুলি চিঞৰ-বাখৰ কৰিব ধৰে) হেৰ' এটা কথা মোৰ এই গাত থকা ছাদৰখনৰে আগটো ফালি বান্ধ দিওঁ ৰ। (ভানুৱে নিজৰ গাত পিন্ধি থকা ছাদৰখনৰ অ'গ এটা ফালি আনি লাহৰীৰ আঙুলিত বান্ধ দিয়ে)।

অঞ্জলি—এঃ! গাত লৈ থকা ছাদৰখন—!

ভানু—নহলে উপায় কি! আৰু এটা কথ্‌ ৰ—মোৰ বাকচটোৰ ওপৰত থকা ছাদৰখন তই তাত নেলাগি মেচিয়া নিজৰ

তাঁৰ ভালতে আছে। তইঁত-দুজনীয়ে অৰিয়া-অৰি কৰি মোৰ কাপোৰ খিনি মাৰিলিয়েই নহয়!

জাহ্নবী—মই নহয় মা, অঞ্জলিয়েহে।

অঞ্জলি—একেবাৰে মিছা কথা। গোটেই মিছা। তাই এবাৰ আনো বুলি ক'লে; কিন্তু নানিলে।

জাহ্নবী—নহয়, শুন—

ভানু—ঐ চুপ্ চুপ্। মনে মনে থাক। তইঁতে ইজনীৰ কথা সিজনীয়ে কৈ, সিজনীৰ কথা ইজনীয়ে কৈ, এইদৰে পৃথিৱী খন তল-ওপৰ কৰি থাকিব নেলাগে। মোৰ কাম মই কৰি যাম। চুপ্ (অঞ্জলিৰ প্ৰস্থান)।

জাহ্নবী—ঈস্! বাকচটো ইমান টানকৈ দিছে!

ভানু—লাগিবতো টানকৈ দিব। ভৰিৰ আঙুলিৰ বাৰু যে। খোজ কাঢ়িলেই খুলি যাব নহয়, যদিহে বাকচটো মজবুত্ নহয় তইনো সেই কথাটোও নেজাননে ঐ ইমানজনী হৈছহি?

(অঞ্জলিয়ে বাঁহ এডালৰ আগত তুলি মাকৰ মেখেলা-চাদৰ জোৰ আৰু দুই এখন কাপোৰ আনিছে)।

ভানু—অ! এয়া আকৌ কিহৰ লীলা! হয়নে অঞ্জলি? বাঁহৰ আগত সেই লোপা কাৰ মেখেলা চাদৰ? ও! বুজিছো। এলাগী মাকৰ এলাগী বস্তহে সেইলোপা! হাতেৰে চুব নেপায়তো। আমিনো কি! কিহৰ মানুহ! মানুহো লেতেৰা, কানি-কাপোৰো লেতেৰা, কাম-কাজবোৰো লেতেৰা; সকলবোৰেই লেতেৰা। আমি মানুহজনী লেতেৰা যেতিয়া, আমাৰ এটিটো বস্তুৱেই লেতেৰা; হবইতো। বাৰু, একো কথা নাই। মোৰ কাপোৰখিনিৰ লেঠা মই নিজেই মাৰিম। আনিম, ধুম, শুকাম, বস্তৈ সিম—যি লাগে সকলো কৰিম। এতিয়া তইঁতৰ লেঠাবোৰ তইঁতে মাৰ বুঢ়ৈই. বুজিছ? কথা ইমানেই।

অঞ্জলি—লাহৰী, আঙুলিত বান্ধ দিয়া হ'ল যদি আহ। কাপোৰ খুব লাগে নহয় ( লাহৰীয়ে এহাতেৰে আঙুলিৰ বান্ধটোত হাত দি 'উঃ-আঃ' কৰি আছে )। এঃ ! চেলু এটা পাৰহে লাগে আক !

ভানু—ৰ, ৰ, তৎ নোহোৱা হৈছনো কিয় ঐ ! তই সৰু-সুৰা কেইখন খোচোন বাক। তাই যাব নহয়। ( লাহৰীয়ে এখোজ-দুখোজ কৈ যাব ধৰে ) এয়া গৈছেই। শুন লাহৰী, চাবনৰ পানী লাগিলে ঘা হয়তো বেছি হব পাৰে। গতিকে, বান্ধটো যাতে ঢিলা নহয়, সুলকি নপৰে, সেইপিনে লক্ষ্য ৰাখিবি। যা ( লাহৰী কাপোৰ দ'মৰ কাষ পালেগৈ )। ( স্বগতঃ ) কাপোৰ গোটেইবোৰ ভঁৰৰ পৰা আনিছে নে নাই এবাৰ চাই আহিব লাগিল। ( সোমাই গ'ল ; ইপিনে কাপোৰ খোৱা শব্দ শুনা গ'ল ; অলপ পাচত উলটি আহিল )। হেৰ' ভঁৰৰ গাতে লাগি থকা বেৰৰ গামোচা দুখন নানিলি দেখোন ?

অঞ্জলি—বেৰতহে আছে।

ভানু—বেৰত থাকিলেও ভঁৰৰ' সৈতে লেখেৰি লাগি আছে যে দেখা নাই ?

অঞ্জলি—ভঁৰৰ কাপোৰৰ আগ দুই-এটা হয়তো বেৰৰ কাপোৰত লাগি থাকিব পাৰে। আমি সিমানতো অৰয়ে মন কৰা নাই দেই।

ভানু—নহয়, আনিব লাগিব। এতিয়াও যা। আনগৈ।

অঞ্জলি—নাই, নোৱাৰো আনিব যা। লেখেৰিৰ চুয়া ! উঃ ! কথাও আক !

ভানু—মোৰ কথাত আঁক উলিয়াব আহিছ নহয় ! মই অজানিতে পৰা নিজ চকু দুটাৰেই দেখি হে আছো কেও আইজন্ কাওকাব-খালাবোৰ। তই, অঞ্জলিয়ে, আজ খাই থাকোঁতে ভঁৰৰ

কাপোৰবোৰত হাত এখন লগাই, সিপিনেও মাজে মাজে হাতখন লগাই, থকা নাছিলি? ইপিনে কাপোৰৰ লেখেৰি, ইপিনে হাতৰ লেখেৰি।

অঞ্জলি—আও! এতিয়া কথাৰ লেখেৰিকে শুনিবা, নে তঁাতৰ লেখেৰিকে চাবা, নে কাপোৰৰ লেখেৰিকে গাবা!

জাহ্নবী—মাজনীও যে আক!

ভানু—ওঁ, এতিয়া আঙুলিৰ বিষ কমিল হবলা? এতিয়া মাৰ জনীক বলগা হ'ল, নহয়? ঈঃ! দেশখনো যে আক! তাহানিখন আমাৰ মাইজক দেখিছিলো, দিনটোত কেইবাৰ যে গা ধোৱে, হাত-ভৰি ধোৱাৰতো লেখেই নাই। বাকলি-ঘৰত থাকে মাথোন ধোৱলোৱা কাপোৰ জোৰ আৰু হাতমচা গামোচা এখনহে। ধোৱলোৱা কাপোৰ জোৰ পিন্ধিব, ভাত ৰান্ধিব; চকটো চুব, হাতখন ধুব; হেতাখন চুব, হাতখন ধুব; চাৰিয়াটো চুব, হাতখন ধুব; চৰিয়াটো পানীৰে ভৰ্ত্তি হলে বাগীত পেলাই আহিব গৈ; হাতো ধুব, ভৰিও ধুব; এইদৰেই পাক-ঘৰত সোমাল মাত্ৰক কেৱল হাত ধোৱা, হাত ধোৱা আৰু হাত ধোৱাৰেই কাৰবাৰ; আৰু হাত মোচা গামোচাখনেৰে দৰ্কাৰ পৰিলেই মচি থাকিব, মচি থকিব, মচি থাকিব।

অঞ্জলি—মাইতৰ কাপোৰ আজি যদি চিনেমাত দেখিলো হেঁতেন!

জাহ্নবী—এবা পাই (হুগো হাৰে) আও! কি যে চুৱা!

অঞ্জলি—কেৱল চুৱা, কেৱল চুৱা আৰু চুৱা!

ভানু—ইলো কি চুৱা দেখিছ তইঁতে! তাহানিখন আমি যে চুৱা দেখিছিলো! আহাৰ-মহীয়া অম্বুবাচীত! আও! মাইতৰ কি যে চুৱা! কাপোৰ ধোৱাৰ কি যে ধুম! নেওঠনীত সূতা এগছি লাগি থাকে যদি, তাকো উলিয়াই আনি ধুইহে এৰিব। তাঁত-শালত লগাই থোৱা কাপোৰ এখন—

তাতো পানী ছটিয়াব। চাকীৰ শিহা পৰ্য্যন্ত উলিয়াই ভাল ভালকৈ ধুইছে এবিৰ। বোলে, আমতিৰ চুৱা বুলিলে বুলিবলৈ নাই আৰু। শুদ্ধিৰ দিনা দোক-মোকালিতে উঠি ছুপৰীয়ালৈকে—কি যে কাপোৰ ধোৱাৰ কোব! সেইদিনা ছুপৰীয়াৰ সাজ খাওঁতে আবেলি তিনি-চাৰি বাজিবহে। তথাপিও ঘৰটো শুদ্ধ নহয় হে নহয়; কাপোৰ-কানিবোৰ শুচি নহয় হে নহয়।

এতিয়া আকৌ এই! তইঁতৰ মানত চুৱা বুলিবলৈতো একোটোৱেই নোহোৱা হ'ল। (কথাৰ মাজে মাজে ছুয়োজনী ছোৱালীয়ে কাপোৰ এছাৰি থকা শব্দ, বাল্টিৰ পৰা পানী ঢলা শব্দ আদি শুনি থকা যায়)।

হেৰ' অকণ ৰচোন ৰ। এটা কথা নহয়—তইঁতে এই চোতালৰ পিনে মু কৰি কাপোৰ এছাৰিব ধৰিছে যে, পানীৰ ছিটিকনিবোৰ গৈছে কোন পিনে মন কৰিছ নে নাই? চাচোন সেইবোৰ গৈ গৈ মাজ চোতাল পাইছে গৈ কেনেকৈ।

অঞ্জলি—কাপোৰ এছাৰিলে পানীতো ছিটিকি যাবই। ইও এটা কবলগীয়া কথা হ'লনে?

ভানু—আৰু তইঁতি পূব-মূৱা হৈছ কিয়? গোসাঁই সেৱা কৰোঁতে মানুহ পূব-মূৱা হয়, দৈনিক কাৰ্য্য কৰোঁতে পূব-মূৱা হয়। এইবোৰ ধৰ্মকৰ্মৰ নিয়ম। সেইবুলি কাপোৰ ধোওঁতে পূব-মূৱা হোৱাৰ কোনো মানে নাই ঐ।

অঞ্জলি—মাজনীয়ে এইবোৰ নো কি কথা ৰুলকি থাকে জানো! মানে তো বা কি?

ভানু—মানে আছে। অন্ততঃ আমাৰ এই চোতাল খনত আছে। মৰমখনত আছে, বংশটোত আছে।

অঞ্জলি—উঃ! কথাবো যে পাক !!

ভানু—,কাপোৰ ধোৱা চাৰণৰ পানীবোৰ, এহাৰকণিবোৰ গৈছে কোন পিনে মন কৰিছনে নাই? কিমান দূৰ পাইছে গৈ দেখিছনে নাই কণা চকু কেইটাৰে?

লাহৰী—এই অঞ্জলীজনীয়ে কাপোৰবোৰ এহাৰিছে যে আৰু! একেবাৰে বাঘে ধৰা দি ধৰিছে নহয়।

অঞ্জলি—ওঁ ধৰিমতো। বোলে, "যি কাম কৰা তুমি মন পুতি কৰা। মৰতত্তে পাবা তুমি সৰগৰ তৰা।" কামৰ বেলিকা কাম! খেমালিৰ বেলিকা খেমালি। (লাহৰীৰ পিনে চাই ঠাট্টা সুৰত) আপুনি—অকনিৰে পৰা—আঙুলিটো ঘিষাইছে ঘিষাইছে বুলিয়েই 'উঃ আঃ' মন কৰি আছে নহয়? ময়ো যদি কিবা এটা চেলু উলিয়াই এইদৰে থাকোঁ, কামবোৰ শেষ হবগৈ কোন কাহানি?

ভানু—ওঁ! তুমি বৰ ভাল ছোৱালী। বৰ ভাল ছোৱালী। অ! এইক ভাল বুলি কওঁতে আকৌ সিজনীটো চোৱা। মুখখনি এপাচি বেন হৈ ওলমি পৰিল দেখোন! লাহৰী, আচলতে মই অকলে এজনীক ভালো নোবোলোঁ, বেয়াও নোবোলোঁ। শুনা, তাই যদি গোসানী, তুমি ঠাকুৰাণী; তাই যদি কেঁড়েলী, তুমি ভেৰেলী—আৰু কি! হ'ল নে এইবাৰ! (দুয়ো হাহিঁলে)

এটা কথা—সৌ তামোল গছজোপাৰ পিনে মন কৰিছনে? কিদৰে চাৰণ পানীৰ ছিটিকনি পৰি কি ৰূপ ধৰিছে গছজোপাই। সেইটো বাৰু এৰিলো। কিন্তু তামোল গছৰ গাতে বগাই থকা পাণ জোপাটো মন কৰিছনে নাই? সেইবোৰ আৰু পাণ হৈ আছেনে আজি! তললৈবা ওপৰলৈ চাই পঠিয়াচোন, কি হৈছে তাৰ গতি। আনাৰ এই গছ, পাণৰ সৈতে মুঠি খনাই তামোল

এখন খাবলৈকে বুলি কতবোৰ মানুহ আমাৰ ঘৰলৈ আহে—বোলে অমুকৰ ঘৰৰ গান্ধ-পাণ! আঃ! কি যে মজাৰ লাগে তামোল খাই! কি যে মজাৰ গোন্ধ পাণখিনিৰ! ইত্যাদি ইত্যাদি। পাণজোপাৰ গুণ বখানি বখানিয়েই এচাম মানুহৰ তৎ নাই; বুজিছনে নাই? ভাগ্য ভাল যে, এতিয়াও মুখ লগা নাই গছজোপাত। সেই গান্ধ পাণৰ আজি এই অৱস্থা! আজিৰপৰা আমাৰ এই পাণ গান্ধ গুটি আৰু কিবা পাণহে হ'লগৈ দেই। আজিতো আৰু ভাত খাই উঠি মুহদি কৰিবলৈকে পাণ একটা নোহোৱা হ'ল 'পাই; আলহী আহি পালেতো লেঠা বাককৈয়ে লাগিল। অঞ্জলি, আনচোন বাৰু পাণ এখিলা ছিঙি (পাণ ছিঙি আনি দিলে; ভানুৱে হাতেৰে মুহৰি নাকেৰে শুঙি চাই) ছিঃ! আজি গান্ধ-পাণৰ ভাল গোন্ধ গুলাইছে দেই। ছিঃ ছিঃ ছিঃ!

জাহ্নবী—অঞ্জলি, বাল্টিটো ইপিনে আন। কাপোৰ ধোৱা পাত ডুহলাও ইপিনে ঘূৰাই দে। এইবাৰ এইবাৰ পশ্চিম মুৱা হৈ এছাবো, বুজিছ।

অঞ্জলি—বাৰু (দুয়ো পুনৰ দিশ সলনি কৰি কাপোৰ এছাৰিব ধৰে)।

ভানু—অ! এইবাৰ যে ইমুৱা হ'লি, সৌ বেঙেনা জলকীয়া গছ বোৰ দেখা নাই? ইস্ ইস্ ইস্! আজি আৰু এই বেঙেনা জলকীয়া সোপা জেনেই নষ্ট পালে দেই! হেৰ' বন্চান, ৰ; অলপ পৰ ৰ। ভাবিছিলো আজি জোৱাইহঁত আহি পালে ইয়াৰে বেঙেনা কেইটামান ছিঙি দিম। হুকাল ডুকাল কৈ মৰিয়হৰ তেলত ভুৰাই ভাজিলে বেছ বঢ়িয়া হ'ব খাবলৈ। পিছে, উঃ! তাকো মূৰা মৰিল। (অলপ আগ বাঢ়ি গৈ) এঃ! ডাঙৰ ডাঙৰ বেঙেনা কেইটাই নষ্ট পালে! ইস্ ইস্ ইস্ (মুখ মলিন কৰি, [illegible])।

অঞ্জলি—এইবাৰ আকৌ কি বা ওলাল ! সাপ নে বেং ঐ ?

লাহৰী—বোম ভেকোলা নে বামুণ ভেকোলা ?

ভানু—ধেইং এই ছুজনী ! ইহঁতৰ ঠাট্টা-বিদ্রূপ খন চোৱা ! কাপোৰ ধুৰ লাগে ধুইছে। আক কি ! চুৱা-ভাল বিচাৰ নাই, বস্তু-বাহানিলৈ লক্ষ্য নাই

লাহৰী—বোলো কি হ'লনো মা ?

ভানু—এই বেঙেনা-জলকীয়াবোৰলৈ চকু পৰিছে। চাহকঁচোন এইপিনে কি হ'ল অৱস্থা এই বেঙেনা-জলকীয়াবোৰৰ। কাপোৰ-ধোৱা পানী পৰি পৰি তেনেই বৰবাদ্ নহ'ল নে ! চাচোন বাক চাবনৰ পানী লাগি এতিয়া এই গছবোৰ নমৰিলেহে হৈছে ; চুৱাতো হ'লেই।

অঞ্জলি—একো নহয় ও মা, একো নহয়।

লাহৰী—চাবনৰ পানী অকণ পৰিলেই গছ মৰেনে ক'ৰবাত ! কেতিয়াও নমৰে।

ভানু—ওঁ হয়তো। তহঁতৰ মুখত ওলাইছে যেতিয়া নমৰে তো।

অঞ্জলি—বাক, ঠিক আছে। সন্দেহ হৈছে যেতিয়া এইবাৰ ঘূৰি ইমুৱা হওঁ তেনে ? ( দুয়ো ঘূৰি উত্তৰ-মুৱা হ'ল )।

ভানু—হেৰ' এইবাৰচোন তহঁত উত্তৰ-মুৱা হ'লি ? উত্তৰ দিশটো তেনেই অমঙ্গলীয়া ; জান ? মানুহ মৰিলে কোন মুৱা কৰি থয় জান নে নেজান ?

লাহৰী—ও হয়নে ! ইস্ ইস্ ইস্ ! ৰাম ৰাম ৰাম !! তেন্তে ইমুৱা হওঁ ৰ ( দুয়ো ঘূৰি অইন পিনে মুখ কৰে )।

অঞ্জলি—পুব গ'ল, পশ্চিম গ'ল, উত্তৰ গ'ল। এইটো তেন্তে দক্ষিণ নে কি !

ভানু—এইটো যেই দিশেই হওক নেলাগে. কাপোৰ ধুই মই এই ভড়ঁালৰ খান মুঠি নষ্ট হবলৈ এৰি দিব নোৱাৰো, বুজিছ ? লাগে কাপোৰ ধোৱা নহ'লেই বা। এবৰ মানুহৰ এবছৰৰ

জীৱিকা এই ধান মুঠি। নিদিনা মাথোন বিছৰ আগে আগে কোনোমতে দিহা লগাই থোৱা হৈছে মুঠেই। সোণগুটি যেন, দেখিলেই মোহ-লগা এই ধান গাল—ওঃ! এই চুৱা কাপোৰ সোপা ধুই তাক মই কেতিয়াও নষ্ট হবলৈ এৰি দিব নোৱাৰিম পাই, কেতিয়াও নোৱাৰিম।

অঞ্জলি—তেন্তে আক আজি—

লাহৰী—আজি—আক—যি হব লাগে হ'ল দে। (অলপ পৰ বৈ) অ! সোজনী কোন অ' বাটৰ মুৰত! বিৰী নহয়নে?

অঞ্জলি—এ! নহয়নো কি! আমাৰ বিৰী হয় সেইজনী। মা, সোৱা আমাৰ বিৰী ও।

ভানু—বিৰী আহিছে! তেন্তে বাইদেৱেৰহঁতো আহিল হবলা! (বিৰীৰ প্ৰৱেশ)।

(অঞ্জলি, লাহৰী দুয়ো তাইক সাৱটি মাৰি ধৰি মৰম কৰে)।

ভানু—মাৰহঁত কিমান দূৰ পাইছেহি ও বিৰী?

বিৰী—সোৱা পাইছেহি। মাহঁতে আকৌ যিহে কইনা-বুলন দি আহিব ধৰিছে! মই সেই তিনি আলিৰ মূৰৰপৰা অকলে দৌৰি দৌৰি আগ বাঢ়ি গুচি আহিলো, বুজিছ?

অঞ্জলি—বেছ কৰিলি।

ভানু—ইমানখিনি বাট তই কিন্তু অকলে আহি ভুল কৰিছ দেই বিৰী। ভৱিষ্যতে আক এইদৰে অকলে নাহিবি, বুজিছ?

বিৰী—কিমানখিনি বাটনো! সাউৎকৰে পালোঁহিচোন।

ভানু—বাক, এইবাৰ আহিলি যেতিয়া আহিলি আক। ভৱিষ্যতলৈ এইদৰে নাহিবি কিন্তু; বাক যা, বহগৈ। (ভিতৰৰ পিনে যায়)।

অঞ্জলি—চাওঁ, আজি তোৰ এই বেণী ডাল কোনে গুঁথি দিছিল বাক? তই নিজে নে—?

বিৰী—নিজে নহয়নো আক কোনে দিব?

অঞ্জলি—কেলৈ ? যাবে ?

বিৰী—মাজনীৰ আকৌ সময় হলেহে ! তেওঁ নিজৰ সাজোন কাচোন সোণা কৰোতেই ভং নাই। ইপিনে আজি ওলাবৰ সময়তে আকৌ আলহী। এজন নহয়, দুজন নহয় ; একেলগে চাৰিজন। সিও আকৌ এলাপেচা মানুহ নহয় ; কোনোবা বোলে বৰ ডাঙৰ মানুহ। ঠিক বেণী গুঁথিবৰ হৈছে, তেল-ফুল বঁহিবৰ হৈছে ; ওলাবৰ হৈছে ; ঠিক সেইখিনি সময়তে।

অঞ্জলি—সেইসকলক আকৌ চাহ দিয়া, চুৰত দিয়া, আৰু কত কি !

বিৰী—এঃ ! কিমান যে দিগদাৰি !

ভানু—( ভিতৰৰ পৰা ) হেৰ' বিৰী, বিৰী অ !

বিৰী—কি আইতা ? কোন পিনে মাতিছেনো আইতাই এ !

ভানু—(বাহিৰলৈ আহি) এই পাক-ঘৰৰপৰা মাতিছো। এইপিনে আহ, পাক-ঘৰৰ পিনে ( বিৰীয়ে চোতালেদি যাব ধৰা দেখি ভানুৱে চিঞৰ মাৰি উঠে ); হেৰ' এইপিনে নাহিবি, এইপিনে নাহিবি। বোলো, চোতালখনৰ মাজেদি নাহিবি।

বিৰী—( চোতালৰ মাজৰপৰা ) কেলৈ ?

ভানু—এঃ ! হাক দি থাকোঁতে থাকোঁতেই আহি পালেহিয়েই নহয় চোতালৰ মাজ এইজনীয়ে।

বিৰী—কেলৈ, কি হ'লনো আইতা ?

ভানু—হবলৈ আছে কিটো আৰু ! একো যোৱা নাই ? কিন্তু আগতে গা ধুই আহগৈ বা। ৰ, সেইখিনিতে ৰ,ৰ,ৰ। গা ধুবলৈ সেই বাটটোৰে গৈ থাকচোন।

বিৰী—আমি ঘৰতে গা ধুই আহিছোঁ নহয়।

ভানু—আকৌ ধুব লাগিব।

বিৰী- এঃ। এই বৰ জাঞ্জাল ! আকৌ গা ধুব লগীয়া হ'ল বা কেলৈ ?

ভানু—হেৰ' ছোৱালী মানুহ একোজনীৰ কিহৰ নো জাৰ ও! ঘৰত এবাৰ ধুলিয়েই যেনিবা, ইয়াতো এবাৰ ধো। সৌৱা পুখুৰী, পুখুৰী পাৰতে সৌৱা বাল্‌টি। পুখুৰীত নেনামিবি কিন্তু দেই; মাহীয়েৰহঁতক মাত। পানী তুলি দিব; গা ধুবি, শুচি আহিবি।

বিবী—আইতা, শুন (ওচৰ পালেহি)।

ভানু—হেৰ' নাহিবি নাহিবি কৰি থাকোতেই তইচোন আহি পাক-ঘৰ পালিহি অ!

বিবী—বুজিছোঁ। পাক-ঘৰ বুলি। পিছে, আমি আহিব নেপায় নেকি পাক-ঘৰলৈ?

ভানু—হেৰ' তোক মই ভালক পতি পাক-ঘৰলৈ মাতিছিলোঁহে, বোলো ইমান দুৰ বাট আহিছ. ইহি তিহি কিবা অকণ মুখত দে। পিছে তই আকৌ চোতালখনৰ মাজেদি আহিহে লেঠাটো লগালি। সেইবোৰ চুৱা দেখা নাই?

বিবী—কোনবোৰ?

ভানু—সেইবোৰ সেইবোৰ, চোতালৰ সেই পানীবোৰ দেখা নাই? মাহীয়েৰহঁতে চুৱা কাপোৰ ধুব ধৰিছে; আৰু সেই চুৱা পানীবোৰেৰেই গোটেই চোতালখন টেক্‌টেকীয়া হৈ পৰিল যে দেখা নাই?

বিবী—এৰা, গোটেইখন ৰবষুণ দিয়া যেন হৈ পৰিছে হয়।

ভানু—মাহীয়েৰহঁতক মাতচোন।

বিবী—মাহীটি! হেৰ' মাহীটি!!

অঞ্জলি—কি অ' বিবী?

ভানু—তহঁতে এইজনীক গা ধুৱাই দেচোন সোনকালে।

বিবী—ঘৰত গা ধুই আহিছো বুলি কলোঁৱেই নহয় আইতা।

জাহ্নবী—ঘৰতহে ধুইছ; ইয়াততো ধোৱা নাই।

ভানু—আক এটা কথা নহয়, এনেয়ে চোতালখন চুৰা পানীবে উটি বুৰি গৈছে। তাতে আকৌ তইঁত হালেও তাইক চুণি নহয়।

জাহ্নবী—গতিকে তাই ডবল্ চুৰা হ'ল।

অঞ্জলি (হাঁহি হাঁহি)—এবা, ডবল্ চুৰা নহ'লনো কি? নিশ্চয় ডবল্।

ভানু—ও, তইঁতে মোক ঠাট্টা কৰিছ নহয়? (ভিতৰলৈ গ'ল)।

বিবী—সোঁৱা মাইঁতো আহি পালেহি (বাত্তাৰ পিনে দৌৰি যায়)।

জাহ্নবী—ৰ, ৰ, তই নেযাবি। আহিব দেচোন!

(গোলাপী আৰু ঈশানৰ প্ৰবেশ)

অঞ্জলি—বাইদেও, 'বাচ্-ষ্টেণ্ড'ৰ পৰা এইখিনি বাট আহোঁতেই অতপৰ লাগিলনে তইঁতৰ!

গোলাপী—এই বিবীজনীৰ কাৰণে।

অঞ্জলি—বিবীজনীৰ কাৰণে? কেনেকৈ? কিয়?

ঈশান—এঃ! তাইৰ যিমানবোৰহে প্ৰশ্ন! কিমান শুনিবা, কিমান উত্তৰ দিবা!

জাহ্নবী—হয়নে? কিনো সোধে তাই জিনীহিদেও?

ঈশান—কিনো নে'সোধে তাই? বাচৰপৰা নমা মাত্ৰকে সুধিলে বোলে, 'এই ঠাই টুকুৰাৰ নাম কি?' ক'লোঁ। আহি আহি জানটোৰ পাৰ পালোহি; আকৌ প্ৰশ্ন ওলাল।

জাহ্নবী—কি প্ৰশ্ন?

ঈশান—এঃ! কিমাননো কবাহে সেইবোৰ কথা!

গোলাপী—মই কওঁ শুন। বোলে, 'এই জানটোৰ নাম কি?' ক'লোঁ। জানিবা বোলে, "এই জানটোৰ নাম বুঢ়ীজান"। কৈ আকৌ লেঠাহে লগালোঁ। তাইচোন হাঁহে মানে হাঁহে। আকৌ সোধে, বোলে 'মাইকী মানুহৰ বয়স হলে লোকে বুঢ়ী বুলি কয় বাক। জানটো আকৌ

বুঢ়ী হ'ল কেনেকৈ? কিবা এটা কথা আছে জৰুৰ।' মই আকৌ জানিলেহে; এখেতক সুধিলো, বোলো, 'কওকচোন কিবা জানে যদি নাই; নিমাত। 'ঠোট-মোট্ টু চেলেকি ৰ'ল এইজনো।

ঈশান—জানিবানো কেনেকৈহে ইমানবোৰ কথা! ক'ৰ জান ক'ৰ পৰা ওলাই ক'ত পৰিছেগৈ—সেইবোৰ কথা পাঠশালা ইস্কুলতে পঢ়িছিলোঁ সেই তাহানিথনতে। এতিয়ালৈকে সিমানবোৰ কথা মনত থাকেনে বাৰু, থাকিব পাৰেনে বাৰু হোঁ! অৱশ্যে দুই চাৰিখন ডাঙৰ ডাঙৰ নৈৰ কথা মনত নথকা নহয়। সেইবুলি আকৌ ব্যুৎপত্তি-গত অৰ্থ একোটাৰ আঁতিগুৰি বাহিৰ কৰাটোতো কম কথা নহয়। অইন দুই এখন নৈৰ কথা, পৰ্বতৰ কথা, ঠাইৰ কথা জানিলেও বুঢ়ীজানৰ কথা ক'তো পোৱা মনত নপৰে দেওহে। কেৱল সেই আমাৰ বিয়াৰ সময়তহে এই জানটোৰ বিষয়ে দুই-চাৰি আষাৰ কথা শুনাৰ আমাৰ সৌভাগ্য ঘটিছিল কোনোমতে।

জাহবী— বিয়াৰ সময়ত?

ঈশান— ওঁ; এয়া এওঁৰ বিয়াৰ সময়ত (গোলাপীৰ পিনে দেখুৱাই)।

জাহবী, অঞ্জলি—ওঁ, বুজিছোঁ বুজিছোঁ।

ঈশান— ডেকা ল'ৰা দুই এটাই ঠাট্টা কৰি মোক কৈছিল বোলে, 'ভাল তোৰ বুঢ়ীজানৰ পাৰত কোনোবা বুঢ়ীৰ লৈতে জোৰা লাগিল দেই।'

অঞ্জলি— সঁচা কথা। বিয়াৰ দিনাও এজাক নামতীয়ে ভাল জোৰা নাম লগাই দিছিল মহয় এই বিষয়টোকে লৈ। চেলু অকণ পাৰহে লাগে আৰু মানুহবোৰে।

জাহবী— মহয়নো কি?

গোলাপী—তেন্তে এখেতেও (ঈশানলৈ দেখুৱাই) মোক এদিন নিশ্চয় বুঢ়ী বুলি ভাবিছিল হবলা? নহয়?

অঞ্জলি— এতিয়া পিছে?

ঈশান— এতিয়া আক কি? বুঢ়ী নহয়নো কি?

অঞ্জলি— আক আপুনি?

জাহ্নবী— আপুনি বুঢ়া।

ঈশান— ময়ো বুঢ়া নহয়নো কি?

অঞ্জলি— তেন্তে দিওঁ নেকি জোৰানাম এটাকে লগাই? বোলো—
বুঢ়া অ' বুঢ়ী, শুকান বগৰীৰ গুৰি।
থাই থাক থাই থাক অলপ অলপ কৰি॥

জাহ্নবী— ওঁ; ভাল হৈছে। আকৌ এবাৰ দিয়া লগাই। (এইবাৰ ছয়ো একেলগে গায়)

ভানু— (প্ৰৱেশ) অ, আছিলিনে তইঁত গোলাপী? পলম হ'ল দেখোন?

ঈশান— তাৰে কথাকেইতো কৈছো। এই বিবীজনীৰ যে আক প্ৰশ্ন সোপা!

গোলাপী—ওবে বাটটোতেই ভং দিয়া নাই নহয় এইজনীয়ে। কতবোৰ যে তাইৰ প্ৰশ্ন! কতবোৰ যে কথা!!

ভানু— এবা, এই গোটেইজনী তেনেই চিৎ-পখিলীও। গাত ততেই নাই অকণো। আছিবৰ কতপৰ হ'ল তাইৰ। মই বোলো এইপিনে আহ, গাটো ধো, কিবা অকণ মুখত দে। তাই আকৌ ইপিনে যায়, সিপিনে যায়। এতিয়া-লৈকে কিবা এটা মুখত দিয়া নাই ছোৱালীজনীয়ে।
গোলাপী, তইঁতেও আগতে গাটো ধুই ল চোন। বিবীকো ধুৱাই দে।

গোলাপী— আমি ঘৰতে গা ধুই আহিছোঁৱেই নহয়।

ভানু— তথাপিও আকৌ এবাৰ ধুব লাগিব, বুজিছ। তইঁতৰ তাৰ দৰে ইয়াততো আমাৰ পানীৰ অভাৱ নাই। সৌৱা

পুখুৰীত পানী ভৰ্তি। আনিব লাগে, গা ধুব লাগে, আৰু কি!

অঞ্জলি— ঐ বিবী, আহ, আগ ত তোকে ধুৱাই দিওঁ। তাই চুৱাও গৈছে বোলে।

লাহৰী-- ওঁ সাজু হ। পানী ঢালো এতিয়া। আৰু প্ৰকৃততে ই গা ধোৱা নহয়; স্নান. মাঘী স্নান। মাঘমাহত হেনো যেয়ে যিমান স্নান কৰিব পাৰে সিমানেই পুণ্যৰ ভাগী হয়, জান?

অঞ্জলি— আহ আহ, বিবী, পুখুৰীৰ পাৰলৈ আহ। (বিবীক বলেৰে ধৰি পুখুৰী পাৰলৈ টানি নিয়ে আৰু গা ধুৱাই দিয়ে। নেপথ্যত 'জয় ৰাম বোলা, জয় হৰি বোলা' বুলি লাহৰী আৰু অঞ্জলিয়ে চিঞৰ ধৰে। বিবীয়ে 'বৰ জাৰ, বৰ জাৰ' বুলি 'উস্ আস্' কৰি থাকে। অঞ্জলিয়ে সুৰ ধৰি গায়—"জাৰ জাৰ নকৰিবি, জাৰে পায় লায়। পানীৰ তলত ডুব মাৰিলে জাৰ পলাই যায়॥" জয় ৰাম বোলা, জয় হৰি বোলা)।

ভানু— নেপথ্যৰ পৰা মঞ্চলৈ আহি বাক, বিবীজনীৰ লেঠাটো মৰিল দেই কোনো মতে। মই এতিয়া এই আধাফিওৱা কাপোৰ সোপাৰ লেঠাটো মাৰোঁগৈ। ইহঁতহালে আকৌ লেঠা মাৰক চাবি লগাইছে আছে বেছিকৈ। চুৱা নোহোৱা বস্তুটো চুৱা কৰিব। চুৰ নলগীয়া বস্তুটো চুৰ, লেথেৰি লগাব। যাব নলগীয়া ঠাইলৈ যাব, লেথেৰি লগাব এইবোৰ উৎপাত ইহঁতৰ; শুন গোলাপী, তই এটা কাম কৰ। আগতে গাটো ধুই ল আৰু অলপ পৰ আখলত সোমা। ডাইল-ভাত গাল হৈ আছেই। সৌ থালৈটো যে দেখিছ বেৰত আঁৰি থোৱা, তাতে কাৰৈ মাছ কেইটামান আছে মাছ কেইটা ভৰে বাহ চাংখনৰ ওপৰত খৰাহীটোত ফুলকৰি আৰু বৰবেঙেনা

ছুটামান আছে। কাষত থকা কাঠৰ বাটিটোত আলুগুটিও আছে। সেইখিনিও কাটি-কুটি ঠিক-ঠাক কৰি ল। সেই যে ওপৰত সৰু সৰু টেমাবোৰ আছে তাত জিৰা, জালুক, ধনীয়া, সৰিয়হ আদি মছলা বিধে বিধে থোৱা আছে; কাগজৰ থোপাটোত আছে শুকান জলকীয়া। সেইবোৰ চাইমেলি য'ত যি লাগে আগুাজ কৰি দিবি। এতিয়া তই আগতে গাটো ধুই আহ। জোৰাঁয়ে ধীৰে সুস্থিৰে ধুলেও হব বাৰু।

গোলাপী—জোৰাঁয়েকে বাৰু গা ধুব বাৰুকৈয়ে। এই মৰ জাৰত লোকে এৰাৰকে গা ধুব নোখোজে। তেনে স্থলত আকৌ ছুবাৰ ধুব নে? ছিঃ! হৈছে বাৰু। লোকে গুৰে দিনটো গাৰপৰা কোট্-পত্‌লুং সোপা নোসোলোকায়েই নহয়। সপ্তাহটোত তিনিদিন গা ধুৱে নে নুধুৱে সন্দেহ: বিশেষকৈ জাৰৰ দিন কেইটাত। মুৰটো অৱশ্যে তেল-তুল ধঁহি তিয়ায় বেছকৈ দেই। তেহে মানুহে দেখাত অন্ততঃ গা ধোৱা বুলি ভাবিব। ভৰি-হাতবোৰ ধুই পেলাব গৰম পানীৰে। বহু আৰু লাগিছে কি! বহি গ'ল ভাতৰ পাতত পোন ছাতেই। খাই উঠিল। য'লৈ যাব লাগে গুচি গ'ল। লেঠা মৰিল—এই জনৰ এই কাৰবাৰ।

ঈশান—কিবা বোলেনে—লেক্‌চাৰ মাৰিবৰ ঠাই আৰু ক'তো নাছিলনে মোৰ বিষয়ে। লেক্‌চাৰো লেক্‌চাৰ একে-বাৰে তত্ত্বপূৰ্ণ, তথ্যপূৰ্ণ, সাৰ-গৰ্ভ লেক্‌চাৰ দেই। হোঃ। (অলপ বৈ) মই মোৰ কৰ্তব্য যি লাগে কৰি যাম। আগতে তোমাৰ সোপাৰে লেঠা মাৰাচোন। মাৰাই যি আদেশ দিছে কৰা—গা ধোৱা, পাচজি কাটা, ভাত ৰান্ধা। ভনীয়েৰাইতে যি কৈছে কৰা।

ভানু—বোপা, তুমিও সোঁ পুখুৰীটো যে আছে—তাতে—

ঈশান—ওঁ। মই বাক গা ধুব লাগে ধুম। এওঁলোকৰ অৰ্থাৎ মাইকী মানুহৰ লেঠাবোৰেই মৰক চোন বাক আগতে।

ভানু—এৰা, সিও হওঁতে মিছা নহয় দেই। তুমি ঠিকেই কৈছা। মাইকী মানুহৰ লেঠাবোৰ আকৌ সাউৎ কৰে মৰিলেহে হৈছে! আখলৰ কাম সোপাকে নো আক কিমান কৰিবা, কিমান কৰিবা দেওহে! এই চাহ, এই তামোল, এই ধপাত—বেলি উঠাবেপৰা নিশা এপৰলৈ ভৎ নাই, ভৎ নাই; জিৰণি অকণ নোপোৱা তুমি। আলহী এজন আহিল মাত্ৰক লাগিল চাহ, তামোল, ধপাত, চুৰট। দুপৰীয়া ভাগত কোনোবা যদি আহিলতো বিপদেই। সন্ধিয়াৰ তো কথাই নাই; বোলে, সন্ধিয়াৰ অতিথি সাক্ষাৎ দামোদৰ। হেঃ! কিমান ক'ৰা, কিমান শুনিবা সেই কেদেলি পুৰাণ বোৰ! কোৱা মানে অন্তকে নপৰে নহয়। হেৰ' অঞ্জলি!

অঞ্জলি—কি মা?

ভানু—এইপিনে আহ ও (অঞ্জলি আহিল); এয়া বাল্‌টিটো ল (বাল্‌টি ললে); পুখুৰীলৈ ব'ল।

অঞ্জলি—কিয়?

ভানু—পানী এবাল্‌টি আন।

অঞ্জলি—কিয়?

ভানু—বাৰে বাৰে প্ৰশ্ন নকৰিবি মোক। (ধমকৃদি) আন বুলিছোঁ, আন যি কৰিবলৈ কৈছোঁ কৰ। যা, যা, যা। (অঞ্জলিয়ে পানী আনিলেগৈ) পানী বাল্‌টি ইয়াতে থ আক ঘৰটোৰ মজিয়াত, বাৰেণ্ডাত বাহিৰে ভিতৰে কেউপিনে চাল।

অঞ্জলি—এইদৰে গোটেই ঘৰটোতে পানী চাটিব লগা হ'ল বা কিহৰ বাবে?

ভানু—হুমাইল তিনিমাইলকৈ বাস্তা খোজ কাঢ়ি আছি সেই জোতা-কণ্টা সোপাবেই মানুহবোৰে যবৰ ভিতৰ সোমাব পায়নে বাৰু। জোৰাই হ'ল বুলি আৰু—

অঞ্জলি—সেইবুলিয়েই যবটোত পানী চালিব লগা হ'লনে আৰু?

ভানু—প্ৰশ্ন সুধি নেথাকিবি। তোক পানী চালিবলৈ কৈছো, পানী চালি থাক। চ'ৰা যবত চাল, থকা যবত চাল পোন প্ৰথমতে, তাৰ পাছত বাহিৰে ভিতৰে কেউপিনে।

অঞ্জলি—বাৰু, চালিবলৈ কৈছে চালি থাকোঁ। (নেপথ্যৰ পিনে পানী চালিব ধৰে) এই এবাল্টি শেষ, দুবাল্টি শেষ। জাহ্নবী, এইবাৰ তই আন।

জাহ্নবী—মায়ে তোকহে কৈছে। মোকতো কোৱা নাই।

ভানু—লাগিল আকৌ এই হালৰ কাজিয়াখন। তয়ো আন; তায়ো আনক। কি নো বৰ ডাঙৰ কামটো!

জাহ্নবী—(খং তাৰ দেখুৱাই মুখেৰে কিবা ভোঁ-ভোঁ কৈ বলকি গৈ পানী আনিলে আৰু দুয়ো চালিব ধৰিলে) আৰু ব'লনে বাকী কেনিবা পানী চালিবলৈ?

ভানু—পাক্-যৰৰ বাৰেণ্ডাখনতো চালিব লাগিব। ইহঁতে জোতাৰে আছি আছি পাক-যৰৰ বাৰেণ্ডাতো ভৰল দিয়া নাই জানো? মই তেও মন কৰিছে আছিলোঁ। জীয়েই হওক বা জোঁৱায়েই হওক বা বোৱেই কি নহওক, এইদৰে জোতা-কণ্টা পিন্ধি, গাত কাপোৰ এসোপা ওলোমাই, সাত ব্ৰহ্মাণ্ড ভ্ৰমণ কৰি আহি, মানুহৰ শোৱা যবত, থকা যবত, খোৱা যবত কোনোবা সোমায়নে বাৰু! সোমাইনে! সোমায়নে!!

জাহ্নবী—বাৰু তেনে; পাক-যৰৰ বাৰেণ্ডাতো পানী চালি দিওঁ (দুয়ো পানী চালিব ধৰে)।

গোলাপী—মা, কাৰৈ মাছ কইটা কোনোমতে বাছি অতাঁলো। এনে লেতেৰা এই কাৰৈ মাছ বহা কামটো !! মই পৰাপক্ষত আমাৰ তেখেতক এইবিধ মাছ আনিবলৈ কেতিয়াও নকওঁ, তেহেলৈ মাছ নহকেই লাগে। ডাঙৰ কাৰৈ হলে অৱশ্যে বৰ বেয়া নহয়। কিন্তু কাবৈ মাছ সৰু হলে খোৱাটো প্ৰায় অসম্ভৱেই। কেৱল কাঁইট, কাঁইট, কাঁইট। মুখত দিবকে নোৱাৰি, কেনিবাদি যেন লাগিলেই কাঁইট। হাতেৰে চুৰা, কিবা যেন পিছল পিছল লাগি থাকে। কাঁইট গৈ কেনেবাকৈ ডিঙিত লাগিব লাগিলে তো লেঠাই। পানীকে খাবা, নে শুকান বস্তুকে খাবা, নে পকা কলকে খাবা, নে জৰা-ফুকাকে কৰিবা, নে ওজাকে মাতিবা, নে ডাক্তৰকে মাতিবা, নে কি কৰিবা ! খিতাতে লাগিল হাহাকাৰথন !

ভানু— গোলাপী, পাচলিখিনিৰ লেঠাটো মৰিল নে বাৰু ?

গোলাপী—ওঁ, ; কাটি কুটি থৈছোঁ। চকত বহালেই হয়।

ভানু— বেছ ; বহা বহা। মই গা ধুই আহোঁমানে বন্ধা-বঢ়াৰ লেঠাটো মৰক দে।

গোলাপী—তেন্তে আগতে খৰীকেইডাল জ্বলাবহে লাগে। কেৰাচিন তেলৰ বটলটো ক'ত ?

ভানু— কেৰাচিন তেল ঢালিব নালাগে বুজিছ। আজিকালি আমি কেৰাচিন তেল ঢালিবলৈ একেবাৰে বাদ দিছো। লেম চাকী জ্বলাবলৈকে তেলে নাটে। গোটেইখন কিবা বেচন্ নে ফেচন্ হৈছে বোলে। নাই বুলিলেই নাই। এনে স্থলত জুই ধৰিবলৈ তেল ঢালিব পাৰিনে বাৰু !

গোলাপী—এৰা, সিও হয়তো। আমাৰ ঘৰতো সেই ; কথা একেটাই। আমিও সপ্তাহত তেল এক লিটাৰহে পাওঁ। তিনি দিন মানতে শেষ হৈ যায়। আমাৰ দেউতাকে আকৌ কিবা কায়দা কৰি দুখন বেচন্কাৰ্ড লৈছে বুলিছে। তেহে

কোনোমতে ৰক্ষা। চেনি, কেৰাচিন, চাউল. আটা, ময়দা —সকলোতে সেই। কোনো মতেহে সপ্তাহ দিন চলে। কোনোবা এবিধৰ অকণ কম হলেই লাগিল মাজতে লেঠা।

ভানু— পাকঘৰৰ এই পিৰালী চুকত বুকলীখেৰ মুঠা যে আছে দেখিছ?

গোলাপী—ওঁ, সৌয়া; দেখিছোঁ তো

ভানু—তাৰে একোচা আন আৰু জুই কুৰা জ্বলা।

গোলাপী—বাৰু (খেৰ একোচা আনি); খেৰবোৰ চোন তেনেই তিতা!

ভানু— তিতা! হুঁ! ও, বুজিছো, ইহঁত ছুজনীয়ে পানী ঢালোতে, সেয়া মই কৰলৈ নহল নহয়, চাৰলৈ নহ'ল নহয়. ইহঁতে দিলে লেঠাটো লগাই। জধে মা'ধ পানী ঢালিলে বহ্; এতিয়া খে'ৰ তিতিল, বেৰো তিতিল. খৰিও তিতিল। দেখিছা বাৰু ডাঙৰ ডাঙৰ ছোৱালী একোজনীৰ কাণ্ড!!

গোলাপী—চোতালত যে সৌ জেংখৰি কেইডাল আছে তাৰে কেই-ডালমান ভাঙি আনোগৈ নে কি?

ভানু— তই তালৈ যাব নেলাগে ৰ। গা-পা ধুই উঠি আকৌ চোতালত ভৰি দিবগৈ নেলাগে এইখন তেনেই চুৱা পানীৰেই বুৰি আছে নহয়। ময়ে যাওঁচোন বাৰু (ওচৰলৈ গৈ) এ! এইবোৰ আৰু জেং খৰি হৈ আছেনে? মাটিয়ে গোবৰে পানীয়ে গোটেইবোৰ চোন চুবকে নোৱাৰি ঐ! ছটা মান ভাল ৰ'দ নেপালে এই সোপা জেং চোকালৈ নিব পৰা নেযাব দেই। কি কৰা যায়!! আধা কেঁচা খৰি সোপানো ছোৱালীজনীয়ে বাৰু কেতিয়া জ্বলাব! কেনেকৈ জ্বলাব!

গোলাপী—নহলে—এটা কাম কৰো নেকি মা?

ভানু— কি?

গোলাপী—এই যে ষ্টোভ্‌টো আছে ইয়াতে মাছৰ জোলকণ কৰি পেলাওঁ নে কি ?

ভানু— হেঃ ! তয়ো যে আৰু ! পানী গৰম কৰা, চাহ কৰা এই ষ্টোভ্‌টোত তই আকৌ মাছৰ আঞ্জা বান্ধি চুৰা কৰিবলৈ ওলাইছ নহয় ? হেঃ ! এৰবলৈ গ'লি বুলিয়েই আৰু……।

অঞ্জলি— বাইদেউ, ষ্টোভ্‌টোত চাহৰ কেট্‌লীটোকে তুলি দেছোন। অতপৰ হ'ল তইঁত অহা। ভাত হয়গৈ মানে চাহ এটোপাকে খাই ল। আমিও খাওঁ।

লাহৰী—চাহৰ পানী দিয়াৰ আগতে চাচ্‌পেনটোত এই কণি কেইটাকে সিজাচোন। চাহৰ লগত আমিও খাওঁ, তইঁতিও খা। ভাত খাওঁতে আজি বা কেতেপৰ হয়গৈ !

ভানু— কি কৈছ লাহৰী, ষ্টোভত কণি সিজাবি ! আগতে কাহানিবা সিজাই খাইছিলি কণি ? আমাৰ এই ষ্টোভত ?

অঞ্জলি— কালি আবেলি লাহৰীয়েচোন ইয়াতেই কণি সিজাইছিল।

ভানু— হেঁ ! কি ! এই ষ্টোভ্‌টোত কণি সিজাইছিল ! লাহৰীয়ে ! সঁচা ? সঁচানে ?

লাহৰী— সঁচা ; পিছে কি হ'ল ?

ভানু— ( উগ্রমূৰ্ত্তিৰে ) ষ্টোভটোত কণি সিজাইছিলি আৰু এতিয়া উত্তৰ দিছ 'পিছে কি হ'ল ?' নহয় ? মৰতী, জহনীযাতী ; তইঁতেই ঘৰখন খালি, খালি, খালি—তেনেই সৰ্বনাশ কৰিলি ! ( খণ্ডত ষ্টোভ্‌টো খণ্ড খণ্ড কৰি দলিয়াই পেলালে ) আজিৰপৰা ষ্টোভত কণি সিজাই খায় নে কাৰবাৰ মূৰটো সিজাই খায় খাবি নহয়। যাঃ !

গোলাপী—যা, ষ্টোভ্‌টো একেবাৰে ভাঙি নষ্ট কৰি পেলালি যে ! কণি এটা সিজালেই বা ; সেইবুলি বস্তুটো চিৰদিনলৈ চুৰা হব পাৰেনে বাৰু ? ভালদৰে ধুই পেলালেইতো হ'ল হয়। হেৰ' অঞ্জলি, লাহৰী, তইঁতহঁত এতিয়া জুহুতে দৌৰ মাৰিলি নহয় ?

লাহৰী—(সুৰৰপৰা চিঞৰি) বাইদেউ, তিনীহিকেওঁহঁতক চাহ এটোপা তয়েই কিবাকৈ কৰি খুৱাবি নেই। বিৰীকো দিবি, তয়ো খাবি।

গোলাপী—ক'বহে পাৰি কিবাকৈ দিবলৈ বুলি। কিন্তু কাৰ্য্যক্ষেত্ৰত? দেখুৱাই দেহিচোন বাৰু কেনেকৈ পাৰি।

ভানু— হেৰ' গোলাপী, শুন, পাকঘৰৰ সিটো পিৰালীত উধান তিনিটা আছে। তাৰে ওপৰত কেট্‌লীটো দি চাহৰ পানীটোপা তপতাব পাৰি নেকি চাচোন বাৰু।

গোলাপী—চাওঁ বাৰু। (উধান তিনিটা আনি) এয়া উধান আনিলো; ইয়াতে পাতিলোঁ; ওপৰত এয়া চাহৰ কেট্‌লী দিলোঁ। পানীও দিলোঁ। এতিয়া জুই? জুই ধৰো কিহেৰে? খৰিতো নজ্বলেই, খেৰতো নায়েই নজ্বলেই। সৌ শুকান বাঁহপাত কেইটা যে আছে তাকে আনি জ্বলাই চাব লাগিল (বাঁহপাত আনি জ্বলালে)। হেঃ! জুইকুৰা চোন ভমক্‌কৰে উঠে আৰু ভমক্‌কৰে নুমায়; উঠে আৰু নুমায়। চাওঁ আকৌ জুইশলাটো (বাৰে বাৰে জুইশলাৰ কাঠি মাৰে; তথাপি জুই নুঠে)।

ভানু— জুইশলাৰ দাম কিন্তু আমাৰ ইয়াত গোটে পোন্ধৰ পইচা পাইছেগৈ দেই।

গোলাপী—জুইশলা আৰু নেমাৰো বা। ফুৱাই দিলেই জুই উঠিব লাগে দেখোন কিজানি। চাওঁ জুই ফুঁৱা চুঙাটো কেনি।

ভানু— সৌখিনিতে আছে, আন। (গোলাপীয়ে চুঙা আনি জুই ফুৱায়হে ফুৱায়। জুই কিন্তু নুঠিল আৰু গোটেইখন ধোঁৱাকোঁৱা হৈ পৰিল)।

বিৰী—আঃ! ইমান ধোঁৱা! ইয়াত আৰু থাকিব নোৱাৰাৰ পাই।

গোলাপী—ঐ বিৰী, মৰতীজনী! তইনো বাৰু এইখিনিতে মৰিছহি কেলৈ? মৰিবলৈ ঠাই নেপালি আৰু পৃথিৱীত ক'তো!

ঈশান—( বাহিৰৰপৰা )—হেৰ' বিৰী, কি হৈছেও তহঁতৰ ভাত ? কি হৈছে ? মাৰজনী চোন একেবাৰে উগ্ৰচণ্ডা হৈ উঠিল এক৷ ?

বিৰী— মায়ে চাহপানী তপতাইছে।

ঈশান— ( ভিতৰৰ পিনে আহি ) ইস্ ৰাম ৰাম ! হৰি হৰি !! মাৰে ইয়াত উধান পা'ত্তহে চাহৰ পানী তপতাব লগাত পৰিল ! ধোৱাঁৰ কোবতচোন ইয়াত ব'বকে নোৱাৰি অ' পাই !! ব'বকে নোৱাৰি !! ( কঁাহে আৰু ঘনাই ঘনাই হঁাচি মাৰিব ধৰে )।

গোলাপী—এতিয়া আজি মোৰ চকু ছুটা কণা নহলেহে হৈছে ঈশ্বৰ ! উপায় নাই, উপায় নাই !

ঈশান— উপায় নাই মানে কি হে৷ ? মাৰাহঁতৰ ঘৰলৈ আহিলোঁ৷ বুলিয়েই চাহ যে খাবই লাগিব, ভাত যে খাবই লাগিব, তাৰতো কোনো মানে নাই। হেৰা, আমাৰ ফ্লাস্ক্‌টো ক'ত থলাহে ?

গোলাপী—ও এৰা, ভাল মনত পেলাইছে দেই। তাতেইতো আমি ঘৰৰ পৰা চাহ আছে। লগতে 'টিফিন কেৰিয়াৰ'ৰ বাটিটোত কেইটামান সিজোৱা কণিও আছে বিৰী, আইতাৰৰ বিছনাৰ কাষৰ ডাঁৰডালত 'টিফিন কেৰিয়াৰ'টো ওলোমাই থোৱা আছে। আনগৈ যা ( বিৰীয়ে গৈ আনিলে )। দেউতাৰক একাপ দে, তই একাপ খা, মাহীয়েৰহঁতকো দে ; মাত সিহঁতক।

বিৰী— মাহীদেও, অ' মাহীদেও ( লাহৰী আৰু অঞ্জলিয়ে দূৰৰপৰা মাতে 'কি ?' ), এইপিনে আহ, চাহ খাই যাহি।

লাহৰী—তহঁতেই খাচোন বাৰু। আমি পাছত গৈ ভাত খালেই হব।

গোলাপী—( চিঞৰি ) আজি আৰু ভাত বন্ধা নহব, শুনিছ। আহ চাহপানীকে এটোপা খাই যাহি কোনোমতে।

গোলাপী—খবি এড়াল নাই, শুকান খবি। ভাত বান্ধিবহে হয়।

ভানু—খবি আছে, নাই, সেইবোব কথা তইঁতক কেলৈ? মই ভাত বান্ধিবহে লাগিছে। কেনেকৈ বান্ধো, ক'ত বান্ধো, সেইবোব তইঁতক কিহব দৰ্কাব?

গোলাপী—দৰ্কাব নাই যদিও আছে। আক এটা কথা নহয়; আমিতো যবত ভাত-পানী খায়েই আহিছো। ইমান দূব বাট আক নোখোৱাকৈ আহিব পাবিনে!

ঈশান—বিবী, হেব' মাবক মাতচোন এইপিনে।

গোলাপী—কি, মোক মাতিছে?

ঈশান—এতিয়া সময় কিমান হ'ল খবব আছে নে নাই? (হাত-ঘড়ীটো দেখুৱায়) এয়া চোৱাঁ, তিনি বাজিল। চাবি বজাত শেষ বাছ্। 'ভাত' 'ভাত' কবি থাকোতেই এতিয়া সময়ম'ত ঘব নেপালেগৈ হ'ল আক ওলোৱা, ওলোৱা, ওলোৱা, বেগেতে। মই আক ব'ব নোৱাবো। পাঁচ মিনিটব ভিতবত ওলোৱা।

(গোলাপী ওলাই আহি ফ্লাস্কব পৰা চাহ বাকিব ধৰে)

গোলাপী—ওঁ, বেছ গবমে আছেতো চাহখিনি! বিবী, এয়া আগতে দেউতাবক দি আহ, এয়া মাহীয়েবহঁতব; এয়া তোব। মাত, মাত, মাহীয়েবহঁতক মাত। মই ওলাওঁ।

বিবী—মাহীদেও, মাহীদেও, এয়া চাহ বাকিছে, খাই যাহি। চেঁচা হৈ যাব এতিয়া। আহ সোনকালে।

গোলাপী—আগতে দেউতাবব কাপ্ দি আহচোন। আমি বাক পাছেপবেও খাম।

বিবী—বাক (আগ পিনে গৈ) দেউতা নাইচোন!

গোলাপী—চ'বা ঘবত চা।

বিবী—চ'বা ঘবতেইতো চাইছো। নাই। (দূবব পিনে চাই) অ! দেউতা গৈ সৌচোন বাস্তা পালেগৈ।

গোলাপী—মাত, মাত।

বিবী—( চিঞৰি মাতে ) দেউতা, দেউতা।

ঈশান— বাছ্ আহি পায়হিহে লাগে। দৌৰি আহ ঐ, দৌৰি আহ। মই ব'ব নোৱাৰো।

গোলাপী—ঐ বিবী, আজিলৈ কাপোৰ পিন্ধা বাদ দে। যেনেকৈ আছ তেনেকৈয়ে ওলা। ব'ল ব'ল ব'ল। মণ্ডো কাপোৰ কানি পিন্ধা আজিলৈ আৰু বাদ দিলো দে। যেনেকৈয়ে আঁছো তেনেকৈয়ে যাম। সুবিধা পাওঁ যদি বাটতে কেনিবা পিন্ধি ল'ম। ব'ল, ব'ল। ঐ লাহৰী, ঐ অঞ্জলি, আহিলোঁ দেই আহিলোঁ, আহিলোঁ ( প্ৰস্থান )।

লাহৰী, অঞ্জলী—বাইদেও, বাইদেও ; চাওঁ, চাওঁ ; শুনি যোঁৱা, বোলো শুনি যোঁৱা, শুনি যোঁৱা, শুনি যোঁৱা।

[ যৱনিকা ]

# চান্দা

ভূমিকা—

নবেশ্বৰ দাস—সেউজী-কানন প্ৰেক্ষাগৃহৰ সম্পাদক

ডম্বৰু বাজখোৱা—সহকাৰী সম্পাদক

বল্টু শৰ্মা—(১) কৰ্মী

মল্টু দাস—(২) কৰ্মী

তিলক হাজৰিকা—আমহীয়া ভদ্ৰলোক

মোলোকা গাওঁবুঢ়া—পুৰণি চামৰ বুঢ়া মানুহ

মালতী—চঞ্চলমতি গাভৰু

## ১ম দৃশ্য

(নবেশ্বৰ আৰু ডম্বৰু হুয়ো বহি কিছুমান কাগজ-পত্ৰৰ হিচাব আদি চাব ধৰিছে)

নবেশ্বৰ—চোৱাঁ, মই আগতেই কৈছিলো নহয়! এতিয়া দেখিলা! মোৰ কথাইহে ব'লগৈ। এয়া ইঞ্জিনিয়াৰে দিয়া আমাৰ সেউজী-কানন প্ৰেক্ষাগৃহৰ আঁচনি। অতি কমেও মাটি এবিঘা লাগিবই, গৃহ-নিৰ্মাণত একলাখ টকা লাগিবই।

ডম্বৰু—আঁচনি বঢ়িয়া হৈছে। এতিয়া কাম কৰাহে কথা। এক লাখ টকাৰ কমেতো কেতিয়াও নহয়। কিন্তু মানুহবোৰৰ যে কি ভাংকোপ মৰা কথা! অঃ! মোলোকা বুঢ়াইতো দহ হেজাৰ টকা পালেই বোলে প্ৰেক্ষাগৃহ এটা সজাই দিব পাৰে। আও! সভাত সেইদিনা সেই লাপুং বুঢ়াটোৰ যে কি দপ্‌দপনি মকৰকুনি! আ-হা! সভাত কথা ক'বলৈ চেনু এটা পাবহে লাগে অ'.ক; অকমা নৈত উঠা দিয়ে নহয় (মোলোকাৰ খং খুড়িবে প্ৰবেশ)।

মোলোকা—হেঁ কি কৈছ? ছয়ো সম্পাদকে লগ হৈ অমুকাব বদ্‌নাম গাইছ হবলা নহয়? মই পুনব কওঁ, বোলো, মাজব মানুহবোবে বাইজব টকা নেখাওঁ বুলি, নামঘবব থাপনাব কীৰ্তন পুথিত ধৰি, শপত খাওকচোন, দহ হেজাব টকাব ভিতবতে আমাব কাম সাধন হয় নে নহয় দেখা যাওক। তইঁতিচোন চকুব আগত দেখিয়েই আছ হবলা অমুকাক, তাহানিতে বাইজব কামবোব কিদবে পট্‌পট্‌কৈ পট্‌পট্‌কৈ সমাধা কবি পেলাইছিলোঁ। সেই যে চাংমাই গাৱঁব চাবিচলীয়া নামঘবটো—সেইটো নো কাব জহত থিয় হৈ আছে বুলিছ? খবব নাই হবলা? মাত্র ছকুবি টকা, বুইছ, মাত্র ছকুবি। তাকো অমুকাই ঘবে ঘবে গৈ, কতবোব যে কথা কব লগীয়া হৈছিল—বোলো, লুইতেহে জানে ব'ঠা কিমান দলে বয়। হুঁঃ! চাঁদা দিয়ে সিকিটো, আধলিটো হে; সিও হমাহ বছেবেকলৈ আদায় নহয়েই হবলা। কোনোৱে আকৌ তাকো দিব নোখোজেই নহয় টু-টুৱাই থাকিব, টু-টুৱাই থাকিব, দিম দিম দিম বুলি, কিন্তু ক'তা! মাজ মুবকত শূন্য হয়গৈ হবলা, বুইছ। মানুহব আগত অমুকাব আকৌ যিমানবোবহে বদ্‌নাম গায়—বোলে ই মোলোকা গাওঁবুঢ়া অমুকহে তমুক হে হবলা, ভচুক, তচুকহে হবলা, হেঃ! কিমানলো শুনিবি, ঐ কিমানলো ক'ম, সেই ভেচেলি পুৰাণব কথা!!

তম্বক—মোলোকা কাই, হেবা, তোমাব আচল কথাটো নো কি কোৱাহে দেও। এইখন আমাব আলোচনা-সভাহে। প্রস্তাবিত প্রেক্ষাগৃহব বাবে বাইজব এতিয়া কর্তব্য কি, তাবেইহে বিধি-ব্যৱস্থাব দৰ্কাব 'আহি পৰিছে।

মোলোকা—আমিও কথাঁবাব টং কৰিহে মাতবাব মাতিছিলোঁ হবলা। অমুকাক বাক সবহ নালাগে দহ হেজাব টকাকে

দিয়কচোন বাক কোনে পাবে। একে মাহব ভিতবতে প্রেক্ষাগৃহ হৈ উঠে নে দুঠে চাই থাককচোন বাক বাইজে। যদিহে হৈ দুঠে তেভিয়া অনুকাক যি কবে কবিব পাবিব হবলা।

নবেশ্বব—( বিদ্রূপ সুবে হাঁহি ) আতৈব কথা মানিলোঁ। বাক; সিজনক দহ হেজাব টকা হ'লেই হয় বোলে, আক নো—

মোলোকা—দহ হেজাব হ'লে হ'ব হবলা তো।

নবেশ্বব—বাক, এতিয়া আমি আমাব মূল বিষয়টোলৈ আহোঁহক ( সকলোৱে 'হয় হয়' বুলি সমর্থন কবে )। এতিয়া কথা হৈছে, প্রেক্ষাগৃহব বাবে এই যে এক লাখ টকাব আঁচনি কবা হ'ল, এই টকা এতিয়া সংগ্রহ কবা হয় কিদবে।

ডম্বৰু—মোব মতে এটা অর্থ-সংগ্রহ সমিতি পতা হওক। এই সমিতিটোৱে যি হয় উচিত ব্যৱস্থা হাতত লৈ ধন সংগ্রহ কবি থাকিব আক বাইজে আৱশ্যক অনুসবি যি হয় সহায় কবি থাকিব।

নবেশ্বব—বাজখোৱাদেৱব প্রস্তাৱ মই সমর্থন কবিছোঁ।

সকলো—হয় হয়, আমিও সমর্থন কবিছোঁ।

ডম্বৰু—তেন্তে এতিয়া এই চাঁদা তুলিবব বাবে এই সভাতে সমিতিব সভ্য নির্বাচন কবা হওক ( সকলোৱে 'হয় হয়' বুলি সমর্থন কবে )। মই শ্রীবল্টু শর্মা আক মল্টু শর্মাব নাম এই সমিতিব যুটীয়া সম্পাদক ৰূপে প্রস্তাৱ কবিছোঁ ( সকলোৱে 'হয় হয়', 'আমিও সমর্থন কবিছোঁ' বুলি সমর্থন কবে )। ( বল্টু আক মল্টু দুয়ো থিয় হৈ বাইজক সেৱা জনায় )।

বল্টু—চান্দা তোলা বিষয়ত আমি দুজনব নাম প্রস্তাৱ কবা বাবে বাইজলৈ আমাব সেৱা জনাইছোঁ। কিন্তু এনে এটা গুৰু ভাব—

মণ্টু—আমি ল'বলৈ অপাৰগ। বাইজে ক্ষমা কৰিব যেন (সকলোৱে 'নাই' 'নাই' বুলি চিঞৰি উঠে আৰু সকলোৰে হৈ এজনে কয়, 'আমি সকলোৱে এই প্ৰস্তাৱ সাদৰে সমৰ্থন কৰিছোঁ, তোমালোক দুয়ো এই কামৰ বাবে উপযুক্ত'। সকলোৱে হাত চাপৰি মাৰি সমৰ্থন কৰে)।

## ২য় দৃশ্য

[ ৰায়বাহাদুৰ বহি আছে। চাঁদাৰ বহী এটা লৈ মোলোকাৰ প্ৰৱেশ ]

(ৰায়বাহাদুৰক প্ৰণাম জনায়)

মোলোকা—ৰায়বাহাদুৰ চাহাবে অমুকাক চিনি পাইছে হবলা?

ৰায়বাহাদুৰ—(নিৰীক্ষণ কৰি) ওঁ—ওঁ—ওঁ, চিনো চিনো যেন অৱশ্যে লাগিছে হয়।

মোলোকা—মই মোলোকা গাওঁবুঢ়া।

ৰাঃ বাঃ—অ! বুজিছোঁ; বুজিছোঁ; পিছে?

মোলোকা—সেই, সেই, আমাৰ সেই সেউজী-কানন থিয়েটাৰ ঘৰ এটা সজাব খুজিছে যে বাইজে, সেইতো গম পাইছে হবলা?

ৰাঃ বা—ওঁ শুনিছোঁ অৱশ্যে।

মোলোকা—সেই উদ্দেশ্যেই আজি হবলা বাইজে মোক দেউতাৰ ওচৰলৈ পঠালে।

ৰাঃ বাঃ—হয়নে? কাৰণ?

মোলোকা—প্ৰথম কাৰণ, তাত আপুনি সভাপতি হ'বলৈ লাগে। দ্বিতীয় কাৰণ, মানুহে কথাতে কয় নহয় বোলে, 'বাইজে নখ জোকাৰিলে নৈ বৈ যায়'। সেইদেখি দেউতাই অকণ—

ৰাঃ বাঃ—বুজিছোঁ, বুজিছোঁ। বাক, এতিয়া যোগাঁচোন; সময় আছেতো বহুদিন।

মোলোকা—সময় অৱণ্যে অৰুদ্ধ হ'বলা—

বাঃ বাঃ—তেন্তে আজিলৈ যোৱাঁচোন বাক।

মোলোকা—কাইলৈ আকৌ আহিব লাগিব হবলা?

বাঃ বাঃ—এঃ! নেলাগে, মোৰ মনত ব'ল নহয়।

[ আঁতৰি গৈ মোলোকা পুনৰ আহিল ]

মোলোকা—নহয় দেউতা, বাইজৰ দাৰিদ্ৰ। আজিয়েই বি হয় কিঞ্চিৎ—

বাঃ বাঃ—চাঁদা? কোৱাঁ, যোলো চাঁদা লাগে নে সভাপতি লাগে; প্ৰথমতে কোনটো লাগে?

মোলোকা—বোলে, সবাতো আগ চাউল কঠা, তাৰ পাছতহে হৰি কঠা। সুদা হাতখন লৈতো পৃথিৱীত কোনো কামকে কৰিব নোৱাৰি হবলা; কি সভা সমিতি, কি অহা-যোৱা, কি খোৱা-বোৱা, সকলোতে কেৱল সেই একেটা বস্তুকে প্ৰথম কোবতে দৰ্কাৰ হৈ পৰে হবলা—টকা, টকা, টকা, টকাহে টকা।

বাঃব:—বেছ; বুজিলোঁ সকলো; এতিয়া তেনে বিদায় দিছোঁ যোৱা।

মোলোকা—কিন্তু বাইজক নো কি বুজি ক'ম! দেউতা সভাপতি হ'বগৈ নেলাগে বাক; কিন্তু বাইজক দেখুৱাবলৈ অন্ততঃ একেৰি চাঁদা দিলে ভাল আছিল হবলা—

বাঃ বাঃ—অ! এতিয়াহে উবহী গছৰ ওৰ ওলাইছে। ও! চাঁদাহে লাগে; কেৱল চাঁদা চাঁদা! টকা টকা? মোলোকা, মোলোকা, মোৰ ইয়াৰপৰা এই মুহূৰ্তে—( ক্ৰোধ মূৰ্তিৰে )

মোলোকা—বাক যাওঁ যাওঁ। কিন্তু বাইজে আপোনাৰপৰা নাই বুলিও এপ টকা চাঁদা আশা কৰিছে একা। এতিয়াই মোৰ হাতত দিলে লেঠাটো একেবাৰে মৰি যায় হবলা।

বাঃ বাঃ—ঐ ৰামচৰণ, ( ৰামচৰণ ভৃত্যৰ প্ৰৱেশ ) এই বুঢ়াটোক এতিয়াই গেটৰ বাহিৰ কৰি দে ( ৰামচৰণে তেনে কৰে )।

## ৩য় দৃশ্য

ব্যোম—শুনা মিষ্টাৰ মহন্ত, where there is a will there is a way. বোলো, য'তে ইচ্ছা ত'তে বাট।

মহন্ত—কিন্তু, যদি কেনেবাকৈ ধৰা পৰা যায় ?

ব্যোম—Oh ! you coward, সব কাম মই কৰিম। তুমি মাত্ৰ লগত থাকিবা ; মই যিমতে, যি সময়ত, যি কৰিব লাগে advice দি থাকিম নহয় ; তুমি মোৰ advice carry out কৰিবা মাত্ৰ।

মহন্ত—ওঃ ! শুনা মিঃ ব্যোমকোচ, শুনা, যদি, যদি, যদি, ...

ব্যোম—Ah; you shut up ! shut up please, Mahanta ! বছিদ ছপাম ঠিক একেদৰে, চাঁদা বিচাৰি মই যাম ঠিক তেওঁবিলাকৰ দৰে। আৰু ৰায় বাহাদুৰ তিলক হাজৰিকা মোৰতো বাল্যকালৰ বন্ধু। দেখা কৰিয়েই lecture দিম, বোলো, Brother, A friend in need is a friend indeed ! Public auditorium বা প্ৰেক্ষাগৃহ আমাকো লাগে। তোমাকো লাগে, public property ; চাঁদা দিয়া বুলি ক'ম, চাঁদা আদায় কৰিম, নিশ্চয় কৰিম if I am my father's son. তুমি মাত্ৰ assistant ৰূপে মোৰ লগত থাকিলেই হ'ব।

মহন্ত—বাক এটা কথা ব্যোমকোচ, বছিদ বহীত চহী কিন্তু তুমি দিব লাগিব দেই।

ব্যোম—Oh you coward, কোমল চাউল চোবোৱা মহন্ত! আচ্ছা সেইটো হব, I will sign all the receipts. We are known to the local public. ৰায় বাহাদুৰে আমাক suspicion কৰাৰ কোনো কাৰণ নাই বুজিছা। But I want a companion, তোমাৰ দৰে সাধু, সুধী, শান্ত, শ্ৰীমন্ত মহন্ত বন্ধু এজন মোক লাগে ; Do you understand the point brother ? তেতিয়া ৰাস্তা একেবাৰে clear—all clear—"all clear in the western front একদম clear." Let us then start.

## ৪র্থ দৃশ্য

( ৰায়বাহাদুৰ বহি আছে, মহন্ত আৰু ব্যোমকেশৰ প্ৰৱেশ )

ব্যোম—Good morning Mr. Hazarika ( দুয়ো salute দিলে )

বাঃ বাঃ—অ! মিঃ ব্যোমকেশ দেখোন! লগতে মহন্তও !! মহন্তক অৱশ্যে মাজে মাজে দেখি আছোঁ, কিন্তু আপোনাকতো বহুদিন দেখা নাই। আজিকালি পিছে—? দিল্লীৰ পৰা পিছে— ?

ব্যোম—আজিকালি মই দিল্লীত নাই নহয়; ঘৰতহে। দিল্লীৰ পৰা অহা প্ৰায় ছমাহেই হ'ল; এতিয়া ঘৰতে Business খুলিছোঁ।

বাঃ বাঃ—Business ? বাঃ! বেছ! There you are ; Good.

মহন্ত—'বাণিজ্যে বসতি লক্ষ্মীঃ' বুলি মানুহেতো কয়েই।

ব্যোম—ময়ো তাতেই ধৰিছোঁ, বোপা, ভাগ্য পৰীক্ষা কৰিয়েই চাওঁচোন বাৰু এবাৰ।

বাঃ বাঃ—বেছ বেছ বেছ Thank you very much, thank you. এতিয়া পিছে, business কেনে চলিছে বা ?

ব্যোম—To speak the truth, I have now a roaring business by the grace of God, you see? আৰু অধিক বেছি নালাগে fifty thousand খৰচ কৰিব পাৰিলেই mine will be a business of nearly ten lacs.

বাঃ বাঃ—Quite good, Quite good !! কোনে কয়, অসমীয়া মানুহে Business নাজানে; একেবাৰে অমূলক, একেবাৰে মিছাকথা; false ; false ; quite false.

ব্যোম—Really quite false, I am proud of my business, proud of my wealth and proud of my property through business ; believe me sir, proud of my attainment too.

বাঃ বাঃ—Thank you, thank you very much.

ব্যোম—এতিয়া পিছে, আমি অহাৰ উদ্দেশ্য কি সোধক অনুগ্ৰহ কৰি।

বাঃ বা—অ হয় ; বাক, ক'ব পাৰেতো।

ব্যোম—আহিছোঁ—On some public need.

বাঃ বাঃ—যেনে ?

ব্যোম—To speak straight in one line—চাঁদা লাগে। বাইজে auditorium বা প্ৰেক্ষাগৃহ নিৰ্মাণৰ বাবে চাঁদা তুলিবলৈ বহুত মানুহ appoint কৰিছে। তাৰে ভিতৰত আমিও। আমি বোলো নালাগে, তেওঁলোকে দিলে by force ; এতিয়াতো আৰু উপায় নাই ! No alternative ; বোলো Bear's load অৰ্থাৎ ভালুকৰ সাঙী। গতিকে হাজৰিকা, কি হয়—( এই বুলি চাঁদাৰ বহীখন আগবঢ়াই দিলে )।

বাঃ বাঃ—(হাঁহি) কিমান দিব লাগিব বা ? নইলো—

ব্যোম—By the grace of God, এতিয়ালৈকে আমি কাৰো পৰা হাজাৰৰ কম লোৱা নাই, not less than one thousand ; and your donation must be such as to keep your name and prestige tight ; নে কি বোলা মহন্ত ?

মহন্ত—একেবাৰে সঁচা। মানুহৰ ধন নো কি হে মানীৰ মানতকৈ ধন বেছি হব নোৱাৰে কেতিয়াও।

ব্যোম—There you are, there you are ; just to the point

বাঃ বাঃ—( বহীটো লৈ কি লিখোঁ কি নিলিখোঁ কৰি আছে ) বাক, বাক, বাক—

ব্যোম—We will not accept less than one thousand please. ( বায় বাহাদুৰে হাঁহি মুখে চহী কৰি চেক্

এখন দিলে ; মহন্তই চাই আনন্দ প্ৰকাশ কৰিলে ) 'one thousand fifty one rupees only'—all right. Thank you sir. Good by, ( প্ৰস্থান ; যাওঁতে, একাধিকবাৰ ডাঙৰ ডাঙৰকৈ কৈ যায়— 'One thousand fifty one rupees' ! donation from Mr. Rai Bahadur ).

[ বাহিৰত মটৰৰ হৰ্ণ বাজিল আৰু ব্যোমকেচে টকা লৈ পলাল। মহন্তই পাছে পাছে চিঞৰি যায় 'হেৰা friend ব্যোমকেচ্, টকা লৈ ক'লৈ যোৱা হে !! ক'লৈ যোৱা ! চাওঁ চাওঁ চাওঁ !! ( মটৰ যো'ৱা শব্দ )।

মহন্ত—চকুৰ পচাৰতে এক হাজাৰ টকা লৈ এই বদমা'চ ব্যোমকেচ ক'লৈ পলাল ! কিয় পলাল !! বাৰু দেখা যাওক । ( বেগে প্ৰস্থান )

## ৫ম দৃশ্য

[ নেপথ্যত বহুলোকৰ একাধিক সমস্বৰ ধ্বনি 'জয় ৰামনগৰ সাহিত্য সভাৰ জয়' ; সেই সভাৰ প্ৰতীক চিহ্ন ধাৰী দুজন স্বেচ্ছাসেৱকৰ প্ৰৱেশ ]

দুয়ো স্বেচ্ছাসেৱক—চাৰ্, চাৰ্, চাৰ্ ।

ৰাঃ বাঃ—কোন তোমালোক ?

স্বেঃ সেৱক—আমি স্বেচ্ছাসেৱক চাৰ্ ( নিজৰ প্ৰতীক চিহ্ন-ধাৰী পতাকা দেখুৱায় )।

ৰাঃ বাঃ—অ ! ৰামনগৰ সাহিত্য সভাৰ মানুহ ?

স্বেঃ সেৱক—হয় চাৰ্ ।

ৰাঃ বাঃ—কিবা কামত ফুৰিছা ?

স্বেঃ সেৱক—আমাৰ ৰাইজে সাহিত্য সভা এখন পাতিছে চাৰ্ । পিছে পইচা হলেছে চাৰ্ ! (চাঁদাৰ বহী এটা ৰায় বাহাদুৰক দি) এইটো বহী চালেই গম পাব চাৰ্, আমি কিয় ফুৰিছো।

বাঃ বাঃ—বেছ, সাহিত্য সভাৰ বাবে চাঁদা বিচাৰি ফুৰিছা ?
২য় দেঃ সেৱক—হয় চাৰ্।
১ম দেঃ সেৱক—চাৰকতো এই বিষয়ে আক বুজাবৰ দৰকাৰ নাই। নিজেই সাহিত্য-সেৱক, নিজেই দেশ-সেৱক, নিজেই সকলো।
বাঃ বাঃ—(হাঁহি) হেঃ! কিমান দিব লাগে ?
২য় দেঃ সেৱক—আপোনাক নো চাৰ্—
বাঃ বাঃ—বুজিছোঁ, (জেপৰ পৰা তিনিখন দহটকীয়া নোট্ উলিয়াই দিয়ে) এয়া জেপত যি আছে, দিছোঁ, এক, দুই, তিনি (তিনিখন নোট দি) অর্থাৎ তিনি দহ ত্রিশ টকা, হ'বনে ?
(দুয়ো টকা লৈ আনন্দ মনে গীতৰ সুৰধৰি গাব ধৰে)
১ম—উঃ! চান্দা তোলা কাম, নাই কিন্তু নাম।
২য়—হব পাৰে বদ্নাম, সেয়ে পৰিণাম॥
১ম—তথাপিও যাম, নালাগে সুনাম।
২য়—বহি বহি মজা কৰি চাহ মিঠাই খাম॥
(শেষৰ শাৰী দুয়ো দুবাৰ একেলগে সুৰ ধৰি গায়)
(প্রস্থান)
[কলেজীয়া ছাত্রী দুজনী প্রৱেশ কৰিব খুজি দুৱাৰত টক্ টক্ শব্দ কৰে। বায়বাহাদুৰে 'কোন' বুলি সুধিলে আক ছাত্রী দুজনী সোমাই তেওঁক নমস্কাৰ জনালে]
দুয়ো ছাত্রী—আমি 'দেৱবালা ছোৱালী কলেজ'ৰ ছাত্রী।
বাঃ বা—ওঁ বেছ; আগতে মোৰ ইয়ালৈ অহা নাই যেন পাওঁ!
১ম ছাত্রী—দুবাৰো আহি উভটি গৈছো চাৰ্।
২য় ছাত্রী—আপোনাক লগ পোৱাৰ সৌভাগ্য আমাৰ আজিয়েই প্রথম, চাৰ্; আজিয়েইহে।
বাঃ বাঃ—হেঃ; বাৰু, কোৱা, কি ক'ব খুজিছা।
ম ছাত্রী—এইবাৰ চাৰ, আমাৰ কলেজত সৰস্বতী পূজা বিশেষ ভাবে পাতিবলৈ আয়োজন কৰা হৈছে। পূজাৰ লগতে

এখন সাংস্কৃতিক অনুষ্ঠান হব। তাতে চাবক বিশেষ ভাবে নিমন্ত্ৰণ জনালো, বিশিষ্ট অতিথি ৰূপে।

বাঃ বা—হেঃ! মইনো কি বিশেষ অতিথি হ'ম গৈ হে! পাৰিলে এনেয়ে যাম বাৰু।

২য় ছাত্ৰী—নহয় নহয় চাৰ, এনেয়েতো মাজে সময়ে গৈয়ে ই আছে। সিও এক, আৰু ইও এক; এইবাৰ বিশিষ্ট অতিথিৰ আসনত আপোনাৰ নাম দেখা পালে, বাইজে ছুযাৰ কথা শুনিবলৈ পালে, পৰম সন্তোষ পাব চাৰ্। সকলোৰে মনত অলপ নহয় অলপ নতুন নতুন লাগিব চাৰ্।

বাঃ বা—এঃ! বাৰু, ইমানকৈ কৈছা যেতিয়া চাম বাৰু।

১ম—আমি খাতাং বুলিয়েই ধৰি লওঁ। চ'ৰ্।

বাঃ বা—হ'ব বাৰু, যোঁৱা।

২য়—পিছে, আৰু এটা কথা চাৰ্।

১ম—হেঃ! আমাৰ ওপৰত বাইজে আকৌ দায়িত্ব অকণো জাপি দিলে নহয়।

২য়—অৰ্থাৎ চাঁদা তোলা দায়িত্ব (বহী এটা আগবঢ়াই দিয়ে) অনুগ্ৰহ কৰি চাৰ্ কি হয়—

বাঃ বা—(খং মনে) ও, চাঁদা? (ছয়ো সম্মতি জনায়। হাঁহি হাঁহি 'হয় হয়' বুলি ওচৰ চাপে)। কিন্তু এতিয়া—।

১ম—পিছত দিলেও হ'ব, চাৰ্ আজি চহীটো হলেই হ'ল।

বাঃ বা—(বৰ খং মনে কিবা এটা লিখি দিলে) এতিয়া যোঁৱা (ছয়ো দেখি আচৰিত হয় আৰু কিবা কওঁ নকওঁকৈ কাষ চাপে)। নাই, এতিয়া মই তোমালোকৰ কোনো কথাকে শুনিব নোৱাৰিম। যোঁৱা।

ছয়ো—চাৰ, চাৰ্ ...।

বাঃ বা—যোঁৱা বুলিছো নহয়।

ছয়ো—এঃ! চাৰ্ চাৰ্—

আঃ ভগৱান, নিয়া এয়া দহ টকা। (বায়চাহাব বাব;খোজা মাত্ৰকে বণ্টু আৰু মণ্টুৰ প্ৰৱেশ। বায়বাহাদুৰৰ মৰ কিবায়)।

বাঃ বা—ওঃ ! ওঃ ! ওঃ !! প্ৰায় একলাখ টকা গ'ল ! প্ৰায় এক লাখ !!
একেখন বাগানতে এক লাখ লোকচান ! ওঃ ! ওঃ ! ওঃ !
কি কুক্ষণত—নাই, বেজাৰ কৰাৰ কাৰণ নাই, এই চাহ-বাগানৰ ব্যৱসায় কৰিয়েই আজি মই মানুহ হৈছো, দহজনে মোৰ আদৰ্শ গ্ৰহণ কৰিছে, কতজনে মোৰ ভৰিত পৰি অনুনয়-বিনয় কৰিব ধৰিছে।

বণ্টু—Good morning Sir.

মণ্টু— „ „ ,

(ৰায় বাহাদুৰে দুয়োৰে অভিবাদন গ্ৰহণ কৰি 'Oh yes' বুলি চচ্‌মাজোৰ কিঞ্চিৎ দাঙি ধৰি সোধে, 'কোন তোমালোক?')

বণ্টু—আমি চাৰ্...

মণ্টু—কালিৰ দৈনিক কাকতত চাৰ্, দেখিবই পায় কিজানি চাৰ্, আমাৰ সেই সেউজী-কানন প্ৰেক্ষা-গৃহৰ বাতৰি এটা।

বণ্টু—'ৰাইজলৈ আবেদন'-শীৰ্ষক বাতৰি এটা যে?

বাঃ বা—ওঁ (চিগাৰেট হুপি গহীনাই) ওঁ, পিছে?

বণ্টু—আৰু সেই উদ্দেশ্যকে লৈ এতিয়া পোন প্ৰথম চাৰৰ কাষ চাপিলোঁ।

মণ্টু—অহা ৰবিবাৰে চাৰ, সেই উদ্দেশ্যকে লৈ প্ৰেক্ষা গৃহথলীত এখন ৰাজহুৱা সভা হব চাৰ্।

বণ্টু—অহা ৰবিবাৰ অৰ্থাৎ মাৰ্চৰ কুৰি তাৰিখে?

বাঃ বা—ওঁ; বেছ। তাৰ পিছত? (এনেতে ল'ৰা এটাই ট্ৰে এখনত চাহ-জলপান আনি তেওঁৰ টেবুলত থৈ গ'ল)।

মণ্টু—সেই সভালৈ আপুনি চাৰ্, অনুগ্ৰহ কৰি যাব লাগে চাৰ্।

বাঃ বা—কিয়?

বণ্টু—সভাত সভাপতিত্ব কৰিবলৈ?

বাঃ বা—( গৰ্বত হাঁহি ) হেঃ ! সভাপতিৰ বাবে মানুহবোৰ অভাৱ নাই। সিদিনাৰ ৰাজহুৱা সভা এখনত হেনো সেই খোলোকা ৰাজবংশীয়েই সভাপতিত্ব কৰিলে ! হেঃ !!

বণ্টু—অৰ্থাৎ এৰা গছেই বৰ গছ হ'ল ! কথাও আৰু ! মানুহ কেতবোৰৰ দেখিছো আজিকালি কিবা এটা হৈছেই ; কিবা এটা উদ্দেশ্য সিদ্ধিৰ বাবেই, স্বাৰ্থ সিদ্ধিৰ বাবেই কিবাকিবি অপকৰ্ম একোটা কৰি পেলায় সাউৎ কৰে।

মণ্টু—উপায় নাই চাৰ্, উপায় নাই আৰু। মানুহবোৰো যে আৰু ! সেই হেন ৰাজহুৱা সভা এখনত খোলোকা ৰাজবংশীক নো সভাপতি পাতিব পাৰনে বাৰু ! হেঃ ! অহা ৰবিবাৰে চাৰ্, তেন্তে আপোনাক নিবলৈ গাড়ী পঠাম।

বাঃ বা—সময় ?

মণ্টু—সময়—আবেলি পাঁচ বজাত চাৰ্।

বাঃ বা—বাৰু, ৰাইজে ইচ্ছা কৰিছে যদি যাবই লাগিব। ( ডায়েৰীত লিখি লয় )।

( বণ্টু মণ্টুৱে কেইখনমান হেণ্ডবিল বেগৰপৰা উলিয়াই এখন ৰায়বাহাদুৰক দিয়ে ) এয়া আকৌ কিহৰ কাগজ ? (পঢ়ি) অ ! প্ৰেক্ষাগৃহৰ বাবে চাঁদা খুজি ৰাইজে নিবেদন জনাইছে !

বাঃ বা—এৰা! টকাতো লাগেই। টকা নহলেনো বাৰু কি কাম হয় ! ( এখন চাঁদা-তোলা বহী ৰায়বাহাদুৰৰ হাতত দিয়ে ) কিহৰ বহী ?

বণ্টু—চাঁদাৰ বহী চাৰ্ ( ৰায়বাহাদুৰে সেইপিনে আওকণীয়া ভাও ধৰি চাহ খাব ধৰে )।

বাঃ বা—বাৰু, তোমালোক এতিয়া যোৱাঁচোন। ( দুয়ো ইজনৰ মুখলৈ সিজনে চাই, কিবা কওঁ ন কওঁ কৰি, যেন ক'ব পৰা নাই )।

বাঃ বা—আঃ ভগৱান !

বণ্ট—বহীটো চাৰ্—

বাঃ বা—বহীটো মই কি কৰিম?

বণ্টু—বি হয়—অলপ—

মণ্টু—অর্থাৎ আপোনাৰ ইয়াতে চাৰ, আজি ইয়াৰ শুভাৰম্ভ কৰিব খোজো চাৰ্।

বাঃ বা—অ! চাঁদা? (দুয়ো মিচিকিয়াই হাঁহে)।

বণ্টু—বাজহুৱা কামৰ দায়িত্ব চাৰ্, চাৰেতো জানেই। এতিয়া যথাসাধ্য হাত জোকাৰিলেই হয় চাৰ্।

বাঃ বা—(বহুত পৰ ভাবি) বু-জি-ছা। বাক, যথা সময়ত চোৱা যাব। এতিয়া তোমালোক যাব পাৰা। মোৰ বহুত কাম আছে, জানা? বহুতো লেঠা, বহুতো বাৰেবিংকৰা কাম; বোলা বহুতো, শুনিছা?

বণ্টু মণ্টু—ভাল। তেন্তে চাৰ্, অহা দেওবাৰলৈ গাড়ী পঠাম?

বাঃ বা—বাক, পঠাবা তেন্তে। (দুয়োৰে প্ৰস্থান) হেঃ। কেৱল টকা! টকা! কেৱল টকা! দুনিয়াখনত কেৱল টকা!! টকা! আঃ ভগৱান্। যেয়ে আহে, সেয়ে কেৱল মোৰ ওচৰলৈ টকা বিচাৰিহে আহে। কেৱল টকা, টকা, টকা (আকৌ কাগজবোৰ চাব ধৰে আৰু বৰ চিন্তাশীল যেন হৈ পৰে)। সভা এখনলৈ যাব লাগে সভাপতি স্বৰূপে। ভালেকে ঘৰটোৰপৰা ওলাবকে নোৱাৰো ঐ, ওলাবকে নোৱাৰো নহয়! (বণ্টু আৰু মণ্টুৰ পুনৰ প্ৰবেশ)?

বাঃ বা—কি! তোমা মানুহ আকৌ ঘূৰি আহিলা দেখোন!

বণ্টু—চাৰ্, এটা কথা।

বাঃ বা—কোৱা।

বণ্টু—কথাটো হৈছে—কথাটো হৈছে (দুয়ো হাঁহে) এঃ এঃ এঃ!!

বাঃ বা—উ আই! কোঁৱা কোঁৱা, কথাটো কি কৈ পেলোৱাচোন, আমিও হাঁহোচোন।

মণ্টু—( কিছু সময় বৈ ) বহীখনত আপোনাৰ নামটো চাৰ্, ৰাইজে প্ৰথম পাততে চাবলৈ হেঁপাহ কৰি আছে।

বণ্টু—সেইটো নহ'বই বা কিয় ? একেবাৰে স্বাভাৱিক। সিবাৰ চাঁদা তোলোঁতে মন কৰা নাই? সেই বাণ পানীৰ কাৰণে চাঁদা তুলিছিঁলো যে, মনত নাই? চাৰৰ চাঁদাৰ সংখ্যাটোলৈ চাই চাইহে ৰাইজে চাঁদা দিছিল। চাৰে সিবাৰ পোনতে দুহেজাৰ টকা চাঁদা দিয়া নাই? একে কোবতে নগদ দুহেজাৰ টকা? তাকে দেখিহে ৰাইজে ধমাধম টকা দিলে, এশ, দুশ, চাৰি শ, পাঁচ শ, হাজাৰ, এইদৰে। সেইদেখিহে, সঁচা কথাষাৰ কৈ দিছো চাৰ্, বেয়া নেপাব চাৰ্, ৰাজহুৱা দায়িত্ব চাৰ্।

মণ্টু—(চাঁদা তোলা বহী দেখুৱাই) ইতিমধ্যে কেবাজনেও, চাৰ্, পাঁচ হেজাৰ, পাঁচ হেজাৰকৈ দিছেই। আপোনাৰ মান-মৰ্য্যদা ৰক্ষাৰ বাবে অন্ততঃ তাতকৈ অলপ নহয় অলপ অধিক হবই লাগিবতো। বোলে, মানীৰ মান চাৰ, মানীৰ মান।

বণ্টু—হেৰ' চাৰকনো আৰু সেই সামান্য কথাটো বুজাব লাগেনে ও ইমানকৈ! চুপ্ চুপ্ চুপ।

ৰাঃ বা—আঃ ভগৱান। ন'বাহালে আজি মোক আৰু নেৰিব দেখিছো!

বণ্টু—চাৰকনো আৰু ···। বোলো যি হয়, যি পাৰে।

মণ্টু—হয় হয়, সেয়ে কথা। কিন্তু, অতি কমেও চাৰ্, পাঁচ হেজাৰৰ কম নকৰিব চাৰ, ক'লোৱেই নহয় চাৰ্, বোলো ইতিমধ্যে কেবা গৰাকীয়ে পাঁচ হেজাৰকৈ দিছেই।

ৰাঃ বা—(হাঁহি) তোমালোক দুয়ো ন'বা মানুহ। কি ক'ম তোমালোকক মোৰ আৰ্থিক অৱস্থাৰ কথা। মোৰ ব্যৱসায়-বাণিজ্যৰ কথা, মোৰ ধন্দা কথা ইত্যাদি ইত্যাদি ( বহুপৰ ধমকি বৈ ভাবুনিয়া চাবে )। [illegible]—তথাপিও,

তোমালোকৰ নেবানেপেৰা অনুৰোধ, বাইজৰ আদেশ—ইয়াৰ প্ৰতি মই সঁহাৰি জনাবলৈ বাধ্য। আজি হাতত টকা নাই, বুইছা, চেক্ এখনকে নিয়া। (মেজৰ ড্ৰয়াৰৰ পৰা চেক্ বহী এখন উলিয়াই কিছুপৰ চিন্তা কৰি থাকে আৰু শেষত চেক্ এখন লিখি তেওঁলোকৰ হাতত দিয়ে) এয়া নিয়া। (দুয়ো চেক্ চাই আনন্দ প্ৰকাশ কৰে)।

বণ্টু—বাঃ বাঃ বাঃ !! পাঁচ হেজাৰ পাঁচ শ এটকা। পাঁচ হেজাৰ পাঁচ শ এটকা !

মণ্টু—পাঁচ হেজাৰ পাঁচশ এটকা ! অতপৰ আমনি কৰা বাবে বেয়া নেপাব যেন চাৰ্।

(এখন ৰছিদ লিখি ৰায়বাহাদুৰৰ হাতত দিলে) ?

ৰাঃ বা—এয়া আকৌ কি ? অ ! ৰছিদ ! ৰছিদখন নো কেলৈ লাগিছে হে !

মণ্টু—নহয় চাৰ্, নিয়ম এটা ৰক্ষা কৰিছো মাত্ৰ চাৰ্ ; অইনতো একো নহয়।

বণ্টু—ভাল চাৰ্, এতিয়া তেন্তে বিদায়হে চাৰ্।

মণ্টু—হয় চাৰ, বিদায়হে। (ৰায়বাহাদুৰে 'থাক' বুলি দুয়োৰে নমস্কাৰ গ্ৰহণ কৰি বিদায় দিলে)।

ৰাঃ বা—ওঃ ! আজিৰ দিনটোৰ বাবে অন্ততঃ এটা ডাঙৰ কথা ক'ৰলৈ হ'ল, চিৰদিনৰ বাবে মনত ৰ'ল, চিৰদিনৰ বাবে মনত ৰ'ল ! ও ! বাইজৰ হেঁচাত পৰি, চহীও দিলোঁ, পাঁচ হেজাৰ পাঁচ শ এটকাৰ চেক্ দিলোঁ। কিন্তু, কিন্তু, কিন্তু Bank Balance ত মোৰ (বহী চাই)—আঃ আঃ আঃ (মূৰ ঘূৰাই তেওঁ বহি যায়) এহেজাৰ টকাও নাই, এহেজাৰ টকাও নাই ; আছে মাত্ৰ পঞ্চাশ টকা এপইচা আ হা হা...মই কি মূৰ্খামী কৰিলোঁ...কি কৰিলোঁ ! কি কৰিলোঁ !! ওঃ ! ওঃ !

[ পিছদিনা খবৰ কাগজত প্ৰকাশ হ'ল 'সেউজী কানন প্ৰেক্ষাগৃহ বাবে ৰায়বাহাদুৰ তিলক হাজৰিকাৰ এককালীন দান 'পাঁচ হেজাৰ পাঁচ শ এটকা'।

মানুহে খবৰ কাগজ চাই চিঞৰি চিঞৰি পঢ়িব ধৰিছে আৰু নানা ধৰণৰ মন্তব্য কৰিছে যোলে 'ধনেই ধৰ্ম' 'কলিকালত ধনেই ধৰ্ম', 'ধন নহলে কিহৰ কৰ্ম',' 'ধনবিহীন, জীৱন বৃথা,' ইত্যাদি ইত্যাদি; 'মণিৰাম মণিৰাম'; 'মণিৰাম নহলে সকলো মিছা, সকলো মিছা'; 'মণিৰাম নহলে সকলো বৃথা, সকলো বৃথা'। ]

( টকাৰ বাকচ থেকেচা মাৰি পেলাই দিয়ে আৰু মূৰত হাত দি থৰক্ বৰক্ কৰে আৰু বাযে বাৰে পিপাচৰপৰা পানী খায়। ৰায় বাহাদুৰ আমনজিমনকৈ বহি আছে, এনেতে এজন পিয়ন আহি তেওঁক এখন চিঠি দিলে; চিঠি খুলি চাই তেওঁ আচৰিত )।

ৰাঃ বা—অসমৰ মুখ্য মন্ত্ৰীৰ বানপানীৰ পুঁজিলৈ দহ হেজাৰ টকা দান ৰূপে আগবঢ়াই এখন চেক্ পঠাইছিলোঁ। কিন্তু সেই টকা এতিয়াও বোলে তাত জমা হোৱা নাই, অথচ বেংকৰপৰা সেই টকা দহ হেজাৰ আদায় কৰি কোনোবা ধুৰ্ত্তই মাজতে কাং মাৰিলে! আঃ আঃ! আঃ !! কাৰ চক্ৰান্ত! আমাৰ চকুত ধূলি মাৰি, চৰকাৰৰ সহস্ৰ সতৰ্ক প্ৰহৰীৰ চকুত ধূলি মাৰি, এই দহ হেজাৰ কৈ টকা কোনে আত্মসাৎ কৰিলে বাৰু! ওঃ ওঃ ওঃ! ( মূৰত হাত দি হুমুনিয়াহ চাবিৎ ধৰে )।

## ষষ্ঠ দৃশ্য

( বাহিৰত বহু মানুহৰ হাহাকাৰ হৰিধ্বনি! কিছুমানে শাৰী পাতি তিতৰৰ পিনে সোমাই আহিব ধৰিছে। কিছুমানে হাতে হাতে নিচান লৈ এনেৰোৰ ধ্বনি কৰি

যাতায়াত কৰিব ধৰিছে—"জয় অসম সাহিত্য সভাৰ জয়", "অসম সাহিত্য সভাই ৰবগুণি দিয়ক", "জয় অসম ছাত্র সভাৰ জয়", "ছাত্র সভাই ৰবগুণি দি ছাত্রসকলৰ উন্নতি সাধন কৰক", "দৰিদ্ৰৰূপী নৰনাৰায়ণক সেৱা কৰক", 'জয় দৰিদ্ৰ-নাৰায়ণৰ জয়', সেৱা সমিতিৰ যোগেদি অসমৰ পুথি-ভঁড়াল টনকিয়াল কৰক, "জয় নেমুগুৰি পুথি ভঁড়ালৰ জয়", অসমৰ ৰায়ত সকলৰ উন্নতি সাধন কৰক, "জয় ৰায়ত সভাৰ জয়", অসমৰ মহিলাসকলৰ উন্নতি সাধন কৰক, "জয় অসমৰ মহিলা সমিতিৰ জয়"। মহিলা সমিতিৰ নিচান খন মালতীৰ হাতত। মালতীকে আদি কৰি সকলোৱে হাতে হাতে নিচান লৈ শাৰীত থিয় হ'বলৈ সাজু হয়। "হেৰ মইহে আগ, মইহে আগ, মই অথনিৰে পৰা বৈ আছোঁহি" এইদৰে কোৱাকুই কৰি প্ৰতিজ্ঞানই ইজনক ঠেলি সিজনৰ আগত থিয় হবলৈ ইচ্ছা কৰিছে মালতীও আহি ২য় জন মানুহৰ আগত জোৰকৈ সোমাব খোজাত তৰ্ক-বিতৰ্ক লাগে)।

২য় জন—হেৰা, ক'ৰ ছোৱালী তুমিহে আইদেও, ক'ৰপৰা আহিছা? ক'লৈ যাবা? তুমিচোন দেখাদেখিকৈয়ে অতখিনি বাইজৰ আগত মিছা কথা কৈ মোৰ আগত ঠাই ল'ব খোজাহে? উঁ, দেখিছো কম সাহ নহয়তো! বাঃ বে!!

মালতী—মই-মই-মই-মই স্থানীয় মহিলা সমিতিৰ সম্পাদিকা. বুইছা, অৰ্থাৎ সভাখনৰ সকলো কামৰ ভাৰ মোৰ ওপৰতে বুইছা, মই দহ বুলিলেই দহ, পঁচি বুলিলেই পঁচি. বুইছা (এই বুলি ২য় জনৰ আগত জোৰকৈ সোমাল; ২য় জনেও হাঁহি, মনে মনে থাকিল যেন মালতীৰ প্ৰতি কিবা অকণ মৰম আৰু সহানুভূতিৰ ভাৱ হে স্বাভাৱিকতে জাগি উঠিছে)।

২য়—বাক দিয়া, মোৰ আগত থিয় হলে কোনো হানি নাই।

১ম জন—( মালতীৰ পিনে চাই ) ইচ্ছা কৰিলে আইদেও, তুমি মোৰ আগতো থিয় হ'বহি পাৰা। "নাৰী-বৰ্বৰ" কথাতো!! ( মালতীয়ে 'নেলাগে বাক' বুলি হাঁহি হাঁহি মনে মনে ক'ল )। এতিয়া চাবা আকৌ, মালতীৰ লগতে আৰু কোনোবা আহি মালতীৰ পাছ লবহি। দিনকাল কেনে হৈছে জানাইতো।

২য়— এতিয়া বাইজ, এখোজ দুখোজকৈ আগবাঢ়ি যোৱাহে কথা। ( মালতীক ঠেলি আগ বাঢ়িব খোজে )।

৩য় ( ২য় জনক )—হেৰা, তুমিচোন গাভৰু ছোৱালীজনীক ঠেলামাৰি থৈ নিজেহে আগ বাঢ়িব খোজাহে দেও! ই কোন দেশৰ কথাহে দেও। আও! ইমান অসভ্য নে!

২য়—হেৰ', তই কোন অ! মনে মনে থাক যদি থাক। 'অসভ্য' বোলাৰ মজা পাবি বুইছ।

( ঠেলা-হেঁচা ক্ৰমাম্বয়ে বেছি হ'ব ধৰিলে। শাৰীত থিয় হোৱা মানুহৰ সংখ্যাও বাঢ়ি আহিল। এনেতে এজনৰ জেপৰপৰা এজনে দহটকীয়া নোট এখন লৈ পলাল। লগে লগে 'চোৰ ঔ চোৰ, দহ টকাৰ নোট লৈ সোঁৱা পলাইছে, ধৰ্ ধৰ্ ধৰ্' এনেবোৰ ধ্বনি উঠিল। কেইজনমানে ধৰ্ ধৰ্ কৰি খেদি গ'ল। এনেতে বায়বাহাদুৰৰ প্ৰৱেশ )

বাঃ বা—বাইজ, আজি ইয়াত কি হৈছে? ইমান মানুহৰ সমাগম কিয়? উদ্দেশ্য কি? আমিতো একো ধৰিবই পৰা নাই।

মালতী—ভিনীহি দেও!

বাঃ বা—হেৰৌ, এইজনী মালতী দেখোন ও। তয়ো ইয়াত। কিয়? কিহৰ বাবে ইমান মানুহৰ মাজত সোমাই পৰিছহিও?

মালতী—( চাঁদাৰ বহী এখন দেখুৱাই ) এঃ নক'ব আৰু ভিনীহিদেও, ৰাইজৰ হেঁচাত পৰি আহি আকৌ এয়া ৰাইজৰ হেচাঁকে হে খাৰ লগীয়াত পৰিলোঁহি।

( শাৰীবপৰা মালতী ওলাই আহিল আৰু ৰায় বাহাদুৰৰ হাতত চাঁদাৰ বহী এটা দিলেহি )।

ৰাঃ বা—উ আই! চাঁদাৰ বহী? কিহৰ চাঁদা বা?

মালতী—ৰাৰু, ভিতৰলৈ ব'লকচোন ভিনীহি দেও ( দুয়ো ভিতৰৰ পিনে যাব ধৰে আৰু কৈ যায় ) আগতে ৰাইজক দেখা কৰোঁগৈ: তাৰ পাছত চাহ এটুপি খাই ল'ম। তাৰ পাছত লাহে লাহে যি ক'ব লাগে ক'ম।

( ইপিনে হেঁচা-ঠেলা খুব বেছি হয়। অলপ পিছতে ৰায়বাহাদুৰ পুনৰ ওলাই আহে; হাতত কিছুমান দহ টকীয়া আৰু এশ টকীয়া নোট )।

ৰাঃ বা—ৰাইজ, আজি দুদিন হ'ল মই প্ৰায় বিছনাৰপৰা উঠাই নাই বুলিব লাগে; এপিনে ৰক্তচাপ, ইপিনে ঘৰুৱা চিন্তা, ৰাজহুৱা চিন্তা। তথাপিও, আপোনাসকল অন্তখিনি ৰাইজে ইমান আশা কৰি মোক যে দেখা কৰিবলৈ আহিছে, তাৰ বাবে আপোনালোকলৈ মোৰ শলাগ জনাইছোঁ। এতিয়া অনুগ্ৰহ কৰি আপোনালোক একন একনকৈ মোৰ ওচৰলৈ আহি থাকক; মোৰ হাতত যি দুই-চাৰি টকা অৰ্থ-সম্বল আছে, ইয়াৰেই আপোনালোকলৈ যথা-সাধ্য আদৰণি জনাম। ( ইয়াকে কৈ ৰায়বাহাদুৰ চকী এখনত বহিল। লগতে একন কেৰাণী। শাৰীবপৰা একন একনকৈ মানুহ আহিব ধৰিলে আৰু তেওঁ প্ৰতি-জনকে অন্ততঃ এশ, দুশ, হাজাৰ পৰ্য্যন্ত টকা দান দি গ'ল। দান-গ্ৰহণ কৰোঁতাসকলে দান লৈ থাকে, লগে লগে লগৰ কেৰাণীজনে ৰছিদ দিয়ে আৰু কাক কিমান টকা দিছে,

নাম মাতি মাতি তাওব তাওবকৈ ৰাইজক শুনাই থাকে। শেষত দানগ্ৰহণ-কৰোঁতাসকলৰ মাজৰপৰা এজনে কয় যে, 'আজি সৰ্বমুঠ দানৰ পৰিমাণ হ'ল চাৰি হেজাৰ ষাঠি টকা।' নেপথ্যত ৰাইজৰ মাজৰপৰা জয়ধ্বনি শুনা গ'ল—'জয় দানবীৰ তিলক হাজৰিকাৰ জয়'—দুবাৰ, তিনিবাৰ, চাৰিবাৰ একেলগে; হাজৰিকাই কপালত হাত দি বহু চিন্তান্বিত যেন হৈ বহি থাকে; দৃশ্যপট সলনি হয়)।

## ৭ম দৃশ্য

(ৰাজহুৱা সভা-মণ্ডপ)

মণ্টু—উপস্থিত ৰাইজ, মই প্ৰস্তাৱ কৰোঁ, আজিৰ আমাৰ এই প্ৰেক্ষাগৃহ নিৰ্মাণ বিষয়ৰ সভাত আমাৰ সকলোৰে সুপৰিচিত দানবীৰ ৰায়বাহাদুৰ শ্ৰীতিলক চন্দ্ৰ হাজৰিকাদেৱে সভাপতিৰ আসন গ্ৰহণ কৰিব যেন।

বণ্টু—এই প্ৰস্তাৱ মই সাদৰে সমৰ্থন কৰিছোঁ। (সকলোৱে হাত চাপৰি মাৰে আৰু ৰায়বাহাদুৰে গৈ সভাপতিৰ আসন গ্ৰহণ কৰে)।

ৰাঃ বা—উপস্থিত ৰাইজ, আজি আপোনালোকে মোৰ দৰে অভাগা এজনক সভাপতিৰ আসনত বহিবলৈ আদেশ দিয়া বাবে আপোনালোকলৈ মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। এতিয়া আমি সভাৰ কাম কাৰ্য্য-সূচী অনুসৰি কৰোঁহঁক। প্ৰথমতে আছে, 'সম্পাদকৰ বিবৃতি'।

ৰাইজৰ এজন—সভাপতি মহোদয়, সময় বহুতো পলম হৈ গৈছে। গতিকে সম্পাদকীয় বিবৃতিৰ অন্যান্য কথাবোৰ বাদ দি বৰঙণিৰ তালিকাখনকে আমাক আগতে পঢ়ি শুনাব বুলি আশা কৰিলোঁ। [সকলোৱে 'হয় হয়' বুলি সমৰ্থন কৰে]

একজন—হয় হয়, প্রেক্ষাগৃহৰ বাবে ইতিমধ্যে কোনে কি ৰৰঙণি দিছে আমি জানিব খোজোঁ।

মোলোকা—হয় হয়, বোলে, কলি কালত ধনেই ধৰ্ম, ধন নহলেনো কিহৰ কৰ্ম! এতেকে এতিয়া পৰিমিত আমাৰ পুঁজিত কিমান ধন জমা হ'ল, বেছি দিলে কোনে, কম দিলে কোনে, এইবোৰ কথা সম্পাদক ডাঙৰীয়াই আমাক জনাব হবলা?

একজন—আৰু কোনে কোনে নিদিলে, চহী কৰিও দিবলৈ পাহৰিলে ইত্যাদি ইত্যাদি। (সকলোৱে হাঁহে)।

একজন—হাজাৰ টকাৰ ওপৰ দিয়া সকলৰ নামবোৰ প্ৰথমতে মাতি শুনালে ভাল হয়।

সম্পাদক—ৰাইজৰ আদেশ শিৰোধাৰ্য্য কৰি আমি তেওঁ আটাইত কৈ সৰহ ৰৰঙণি দিওঁতাসকলৰ নামবোৰ মাতি যাওঁ (ৰাঃ জে হয় হয় বুলি সমৰ্থন কৰে)। এই সকল হৈছে—শ্ৰীকেদাৰমল আগৰৱালা (ন হেজাৰ সাত শ পোন্ধৰ টকা), শ্ৰীউষাৰাণী দাস (ন হেজাৰ তিনিশ পাঁচ), শ্ৰীবসুধৰ শৰ্মা (আঠ হেজাৰ চাৰি শ পঞ্চল্লিশ), শ্ৰীজানকীনাথ বৰদলৈ (সাত হেজাৰ পঁচিশ), শ্ৰীকনক চন্দ্ৰ ৰাজবংশী (ছয় হাজাৰ সাত শ এক)।

ৰাঃ ৰা—ৰাইজসকল, সময়চোন বহুতো হ'ল, বাকী সকলৰ নামবোৰ নামাতিলেও হয় দেখোন; মুঠ টকা কিমান আদায় হ'ল, প্ৰাপ্য চাঁদা কিমান বাকী আছে, সেইখিনি ক'লেও হয় দেখোন।

ৰাইজৰ একজন—নহয় নহয়, আমি হাজাৰ টকাৰ ওপৰ-দিওঁতা প্ৰতি-জনৰেই নামবোৰ জানিবৰ দৰ্কাৰ হৈছে। তেওঁলোক প্ৰতি গৰাকীকে, অন্ততঃ আইন নহলেও, ভালদৰে ধন্যবাদ একোবাৰ দিব লাগিবতো, আৱশ্যক মতে সম্বৰ্দ্ধনা জনোৱাৰো ব্যৱস্থা কৰিব লাগিবতো। জানেই নহয়, আজিকালি

প্রচাৰৰ দিন, সকলোৱেই নিজৰ নিজৰ নামবোৰ প্ৰচাৰ হোৱাটো নিশ্চয় আশা কৰে। মুখেৰেহে নকয়।

মোলোকা—আৰু, আৰু, আৰু লগতে চাহ পানী এটুপি খুউৱাবো ব্যৱস্থা কৰিব লাগিব হবলা।

সকলো—ঠকল, ঠকল, ঠকল। সেইটোহে প্ৰথম কথা।

সম্পাদক—ওপৰোক্ত কনক ৰাজবংশীৰ পৰৱৰ্ত্তী জন হ'ল শ্ৰীখগেশ্বৰ গোহাঁই। দান দিছে ছহেজাৰ টকা।

ৰাঃ ৰা—(অস্থিৰ হৈ) আঃ ভগৱান্, নামবোৰ মতা কাৰবাৰটো ইমানতে বাদ দিয়াই ভাল আছিল যদিহে ৰাইজে বেয়া নাপায়।

ৰাইজৰ এজন—বেয়া নাপাম কিয়! আজি অত দিনে আমি 'প্ৰেক্ষাগৃহ প্ৰেক্ষাগৃহ' কৰি চিঞৰি ফুৰিছোঁ, ঈশ্বৰৰ কৃপাত টকাও আমাৰ বেছ উঠিছে। ৰাইজেও বেছ সঁহাৰি দিছে। এনেস্থলত দাতাসকলৰ, প্ৰতিজনৰে, নামবোৰ আমি নেজানিলে কেনেকৈ হয় বাৰু? আৰু সভাখনেই বা পতা হ'ল কিয়!

সকলো—হয়তো, নিশ্চয়, হয় হয়।

সম্পাদক—ইয়াৰ পাছৰজন শ্ৰীমতী ভক্তলতা চাংমাই। এখেতে দিলে পুৰা ছহেজাৰ টকা। প্ৰকৃততে এখেতে কিন্তু দানকেৰা দিছে তেখেতৰ মৃত স্বামীৰ সৌৰণতহে (সকলোৱে হাত চাপৰি মাৰে)। ইয়াৰ পাছৰজন হৈছে ... (থমকি ৰয়)

ৰাইজৰ এজন—হঠাতে থমকি ৰ'ল যে?

সম্পাদক—(এনেতে এজনে ৰাইজৰ মাজৰপৰা উঠি গৈ, কাগজ এটুকুৰাত কিবা লিখি সম্পাদকৰ হাতত দিলে আৰু সম্পাদকে পঢ়ি চাই আশ্চৰ্য্য ভাব প্ৰকাশ কৰি ক'ব ধৰিলে) ইয়াৰ পাছৰ জন দাতা হৈছে আজি আমাৰ এই সভাখনৰ সভাপতি পৰম শ্ৰদ্ধেয় ৰায় বাহাদুৰ শ্ৰীতিলক হাজৰিকা। তেখেতৰ দানৰ দুটা কিস্তি, প্ৰথম কিস্তি এহেজাৰ একাৰায় টকা। দুখৰ বিষয়, সেই

টকা আমাৰ জমাৰ বহীত লিখা হ'ল মহন্তৰ মুখে সংগ্ৰহৰ সংবাদ পাই। কিন্তু দুখৰ বিষয়, সেই টকা আজি পৰিমিত আমাৰ হাতত পৰাহি নাই। টকাহেজাৰ ব্যোমকোচ নামৰ সেই বদ্‌মাচটোৱে আদায়ো কৰিলে; হজমো কৰিলে। আদায় কৰিলে আমাৰ প্ৰেক্ষাগৃহৰ নামত, হজম কৰিলে নিজে, গোপনে, চোৰাংভাবে। এতিয়া তাৰ কোনো শুংসূত্ৰই নাই। আঃ! দুষ্ট, লম্পট বদ্‌মাচ ব্যোমকোচ! সি আমাৰ বাইজৰ চুকতে থাকি এটা অনুষ্ঠানৰ, এখন সমাজৰ বুকুতে কামোৰ মাৰি গুচি গ'ল! কিন্তু কেনেকৈ এই টকা সি খাবলৈ পালে! ৰায়বাহাদুৰৰ চকুত ধুলি মাৰি, সহস্ৰ বাইজৰ চকুত ধুলি মাৰি, কেনেকৈ খালে এই টকা! আৰু তাতোকৈ আচৰিত কথা, টকা খাই পলাল ক'লৈ! তাৰ একো সন্ধানেই পাবলৈ নোহোৱা হ'ল! আঃ! সহস্ৰজনৰ চকুত ধুলি মাৰি সি বদ্‌মাছ কেনি পলাল! কেনেকৈ পলাল! কেনি গ'ল সি! আচৰিত! আচৰিত! অতি আচৰিত কথা! আঃ !! দ্বিতীয় কিস্তি হৈছে, পাঁচ হেজাৰ পাঁচশ এক ( বাইজৰ হাত-চাপৰি )। কিন্তু, কিন্তু, কিন্তু তেখেতে – তেখেতে—তেখেতে—অৰ্থাৎ আজিৰ এইখন সভাৰ সভাপতি মহোদয়ে পাঁচ হেজাৰ পাঁচশ এটকাৰ এখন চেক্‌হে দিছে। (অলপ পৰ বৈ) আৰু দুখৰ বিষয়, সেই চেক্ আমি আজি পৰ্য্যন্ত ভঙাব পৰা নাই।. বেংকে dishonour কৰিলে অৰ্থাৎ টকা নিদিলে ( সভাপতি অস্থিৰ হৈ পৰে )।

মোলোকা—অ! তেন্তে টকা পোৱা নগ'ল হবলা? বাইজক ঠগিলে হবলা! আৰু, আৰু, তাৰমানে—বেংকত তেখেতৰ টকা নাই হবলা! ( সভাপতি বেছি অস্থিৰ )

এজন দর্শক—বেংকত টকা কেইটা এভিয়াও জমা দি আছিলে হয় দেখোন ?

বাইজব এজন—প্রকৃততে কব গ'লে, এই মানুহজনব জমা নো থাকে কেনেকৈহে ! সবস্বতী পূজাব চাঁদাকে আমাব এই ল'বা-ছোৱালীমখাই কম আনে জানো তেওঁব পবা ! সিজনে দহ-বিশ টকাব কমে কাকো নিদিয়ে ; এইবাব মাথ বিচ্ছে দেখোন আমাব বাইজে সবকালে একেলগতে পাঁচ শ টকা। তাব উপবিও ভেলাঘবব বাবে প্রতিটো সংঘই, নাই নাই বুলিও, বিশ-পচিঁশব কম অনা নাই, জানা ?

এজন—আক শুনক, তেওঁব খুলশালীয়েক, ভাগিনিয়েক, ভতিজাক, আদিবো বিয়া-বাক, সকাম নিকাম আদি সকলো উৎসৱেই তেওঁব টকাবেই সমাধা নকবিলে উপায় নাই। মালতী নামব সেই খুলশালীয়েক জনী যে, তাইবো অলপতে বিয়া হোৱাব বন্দৱস্ত হৈছে। বিয়াব খবছ হেনো তিনীহিয়েকেহে বহন কবিব লাগিব অর্থাৎ বায়বাহাদুৰে। এবে সবলচিতীয়া ভদ্রলোক এজনক বাইজে, জানি শুনিও, এইদবে নগুব-নাগতি কবিব নেপায় দেই, ঠগিব নেপায়, খালত পেলাব নেপায় দেই, উঃ !! নেপায়, নেপায় নেপায় !!

( এনেতে সভাপতি মূর্চ্ছা যায় ; তেওঁ এচলীয়া হৈ পবিব খোজে আক সকলো মানুহে চিঞঃববাখব লগায় এইদবে—এ সভাপতিব কি হ'ল ! কি হ'ল !! কি হ'ল !! হেব' 'পানী পানী পানী আন, পানী আন। ডাক্তব, ডাক্তব, ডাক্তব ' কেইজনমানে পানী আনি মুবত দিব ধবিলে আক সভাপতি মাটিত পবি গ'ল )।

[ যৱনিকা ]